# সমীৰণ বৰুৱা আহি আছে

মনোজ কুমাৰ গোস্বামী



জাৰ্ণাল এম্প'ৰিয়াম

নলবাৰী—৭৮১৩৩৫

*SAMIRON BARUA AHI ASHE* : *A collection of Assamise short stories written by Manoj Kumar Goswami and published by Surendra Chandra Baishya, Journal Emporium, Nalbari-781335 First Edition November 1993 Price Rupees Thirty Only.*

---

প্ৰকাশক :

সুৰেন্দ্ৰ চন্দ্ৰ বৈশ্য

জাৰ্ণাল এম্প'ৰিয়াম

নলবাৰী-৭৮১৩৩৫

প্ৰথম প্ৰকাশ

নৱেম্বৰ, ১৯৯৩

প্ৰচ্ছদ : সমীৰ তাঁতী

বেচ : ৩০·০০ টকা

মুদ্ৰক :

নিউ বৈশাখী প্ৰেছ

৩৮, শিৱনাৰায়ণ দাস লেন

কলিকতা—৭০০০০৬

কৃতজ্ঞতা স্বীকাৰ ঃ ড° হীৰেন গোঁহাই, ড° ভবেন্দ্ৰ নাথ শইকীয়া, চন্দ্ৰপ্ৰসাদ শইকীয়া, বঞ্জিতকুমাৰ দেৱ গোস্বামী, অপূৰ্ব শৰ্মা, ডাঃ ধ্ৰুৱজ্যোতি বৰা, সুৰেন্দ্ৰ চন্দ্ৰ বৈশ্য, কমল চন্দ্ৰ গোস্বামী আৰু লখিমী গোস্বামী।

# সূচীপত্ৰ

# মোক জুইশলা বাহটো দিয়ক

…তাৰপিছত দক্ষিণ পেৰিচৰ এখন কাফেত্ দেপ্‌লৈঁ আৰু ৰজিনে অলস সময় কটাই আছিল। সমুখৰ টেবুলত দেচেৰ, কফি আৰু চিগাৰেট। আলোচনা চলিছিল মাৰ্ক চাগালৰ ছবি আৰু যৌনতা সম্পৰ্কে। তাৰপিছত লাহে লাহে ক'ৰবাৰ পৰা এজন চাপৰ, ক্ষীণ তাম বৰণীয়া মানুহ আহি দেপ্‌লৈঁৰ সমুখত ৰলহি, সামান্য হাউলি বিনয় প্ৰদৰ্শন কৰিলে: এক্সকিউজ মি, জুইশলা বাহটো অকণমান দিব নেকি? মানুহজনে জুইশলা বাহটো লৈ গ'ল কিছু দূৰলৈ। হঠাৎ কোলাহল। মানুহটোৱে নিজৰ গাতে পেট্ৰ'ল ঢালি জুই লগাই দিছে, দাউ দাউকৈ জ্বলিছে সমস্ত শৰীৰ, তেওঁৰ দুকাষে মাটিত গুজি থোৱা দুখন প্লেকাৰ্ড: মাৰ্কিন সাম্ৰাজ্যবাদ নিপাত যাওক্, ভিয়েটনামৰ যুদ্ধ বন্ধ কৰক, মিত্ৰশক্তি মুৰ্দাবাদ…দেপ্‌লেঁ টেবুলৰ পৰা উঠি আহে কেইখোজমান, আকৌ উদাসীন মুখেৰে ৰজিনৰ ওচৰলৈ উভতি যায়, তাৰ পিছত সামান্য বিৰক্তকণ্ঠে তেওঁ কৈ উঠে: ছেঃ, মানুহটোৱে মোৰ জুইশলাটো লৈ গ'ল!…

ফুটপাথৰ পৰা ৰাস্তাত নামি পৰিল অনাদি। সন্ধিয়াৰ ব্যস্ত ৰাস্তাটো পাৰ হোৱাৰ সুযোগ বিচাৰি এক মুহূৰ্ত ৰ'ল। সি দেখিলে, তাৰ আগে আগে ফৰাচী চিনেমা এখনৰ কাহিনী লৈ ব্যস্ত হৈ গৈ থকা ভদ্ৰলোক দুজন ফুটপাথেৰে অদৃশ্য হৈ গৈছে। আহ্,—দেপ্‌লৈঁই তাৰ পিছত কি কৰিলে? মনে মনে অনাদিয়ে সুধিলে। কাহিনীটো তাৰ বাবে আধৰুৱা হৈ ৰ'ল অথচ মানুহকেইজনৰ পিছে পিছে যাবলৈও তাৰ সময় নাই। নিৰু হস্পিতালত আছে।

ট্ৰেফিক ছিগনেল সলনি হয়, অনাদিয়ে প্ৰায় দৌৰি ৰাস্তা পাৰ হ'ল। তাৰ পিছত এটা চিগাৰেট জ্বলায়।…আৰু এজন পণবন্দীৰ হত্যা, পুলিচৰ গুলীত নিহত তিনিজন খেতিয়ক…সন্ধিয়াৰ বাতৰিকাকত বিক্ৰী কৰি থকা এটা সৰু ল'ৰাই কাকত এখন ওপৰলৈ জোকাৰি চিঞৰি চিঞৰি যায়। অনাদিয়ে ল'ৰাটোলৈ চায়। ক্ষীণ, পাংশু মুখ, অপুষ্টিপীড়িত শৰীৰ। প্ৰতিদিনেই পুৱা-সন্ধিয়া নিহত হৈছে মানুহ, মৃত্যু হৈ পৰিছে অতি সুলভ, কিন্তু এতিয়া ঠিক এইবোৰ কথা অনাদিৰ মনলৈ নাহিল। খুব আবেগিকভাৱে অনাদিয়ে ভাবিলে এই সৰু ল'ৰাটোৰ কথা, যিটো সময়ত সি হাতত ফুটবল লৈ খেলপথাৰৰ পৰা উভতি আহিব লাগিছিল, বা দেউতাকৰ হাতত ধৰি কৰিব লাগিছিল সান্ধ্যভ্ৰমণ, বা উলিয়াই ল'ব লাগিছিল পঢ়া টেবুলত ইস্কুলৰ হ'মৱৰ্ক সেই

সময়ত সি ফেৰী কৰি ফুৰিব লগা হৈছে হত্যা আৰু সন্ত্ৰাসৰ খবৰ। পুনৰ হস্পিতাললৈ যোৱাৰ কথা মনত পৰাত অনাদিয়ে খোজ দ্ৰুত কৰিলে, চোলাৰ হাত কোচাই ঘড়ীটো চাবলৈ লওঁতেই দপ্‌কৈ ৰাস্তাৰ লাইটবোৰ নুমাই গ'ল। বাত্তুলীৰ পাখিৰ দৰে ল'ড শ্বেডিঙৰ আন্ধাৰে যতীন দত্ত ষ্ট্ৰীট ঢাকি ধৰিলে। কিন্তু সেই অন্ধকাৰ, মটৰ গাড়ীৰ হেডলাইটৰ তাৎক্ষণিক দ্যুতি, সন্ধিয়াৰ ব্যস্ত মানুহ আৰু গাড়ী-মটৰৰ কোলাহলৰ মাজেৰে অনাদিয়ে স্পষ্ট শুনা পায় সৰু ল'ৰাটোৰ সেই ট্ৰেজিক ঘোষণা : আৰু এজনক হত্যা, পুলিচৰ গুলীত নিহত খেতিয়ক···

লৰালৰিকৈ তিনিআলিৰ মোৰটো ঘুৰি গলিটোৰ মাজেৰে বাট চমুৱাই অনাদি হস্পিতাল ৰোডত উঠে। এইখিনিত ল'ড শ্বেডিং নাই। দূৰৈৰ পৰা নিয়ন লাইটৰ ম্লান পোহৰত সাপৰ পিঠিৰ দৰে দীঘল পোন ৰাস্তাটো দেখা যায়। ৰাস্তাত মানুহ কমিছে। আজিকালি চহৰখন সোনকালে শুই পৰে। কাষৰীয়া ঠাইবোৰো সন্ধিয়াৰ পিছতেই জনবিৰল হৈ আহে। বৰ দুঃসময় এতিয়া। হঠাৎ ক'ৰবাত বোমা ফুটিছে, অকস্মাত নৃশংস পেৰা-মিলিটেৰীৰ দলে আগুৰি ধৰিছে ঘৰ, ৰাস্তাত হঠাৎ আৱিষ্কাৰ হৈছে গুলীবিদ্ধ মৃতদেহ···। এখন ক্লান্ত ৰিক্সা থুং থাংকৈ অনাদিৰ বিপৰীত পিনৰ পৰা আহি আছে, তামৰ মূৰ্তিৰ দৰে ৰাস্তাৰ কাষত থিয় দি আছে দুটা ঘোঁৰা। ক্ল'ৰ মিলটোৰ দেৱালত হিন্দী চিনেমাৰ বিৰাট প'ষ্টাৰ, ভয়ংকৰ ক্ৰুদ্ধ মুখেৰে ভিলেইনে তুলি ধৰিছে ৰিভলভাৰৰ নলী কেমেৰাৰ পিনে, আৰ্টিষ্টৰ নিখুঁত তুলিকা স্পৰ্শত সেই নলীৰ সুৰংগৰ বহু ভিতৰলৈকে যেন দেখা পোৱা গৈছে, ট্ৰিগাৰত তাৰ উদ্যত আঙুলি, সামান্য হেঁচাতেই ৰিভলভাৰৰ নলীয়েদি চিটিকি আহিব পাৰে জ্বলন্ত বুলেট···

হস্পিতালৰ দুমহলাৰ বাৰাণ্ডাত আঙুলিত আধাপোৰা চিগাৰেট লৈ অখিল ৰৈ আছে। খুব চিন্তাগ্ৰস্ত তাৰ মুখ, সিহঁতৰ প্ৰথম সন্তানটো বাচি থকা নাছিল, গৰ্ভতে মৃত আছিল। নিৰুও খুব নাৰ্ভাছ হৈছে এইবাৰ। হয়তো খুব স্বাভাৱিক। বহু বছৰৰ প্ৰেমৰ পিছত তিনিবছৰৰ আগেয়ে সিহঁতৰ বিয়া হৈছিল। নিৰুৰ মাক-দেউতাকৰ মত নাছিল। বিয়াৰ পিছত মাক-দেউতাকৰ লৈতে নিৰুৰ সম্বন্ধ প্ৰায় শেষ হৈ যায়। মুখেৰে প্ৰকাশ নকৰিলেও নিৰুৱে খুব কষ্ট পাইছিল মানসিকভাৱে। তাৰ পিছত প্ৰথমটো সন্তানৰ মৃত্যুৱে তাইক আৰু যন্ত্ৰণা দি গ'ল।

কেনেকুৱা এতিয়া? অনাদিয়ে সুধিলে। ভাল। দুপৰীয়া হঠাৎ অলপ পেইন বেছি হৈছিল। এতিয়া ভাল। শুইছে। অখিলে বিব্ৰতৰ দৰে ক'লে।

অনাদিৰ বহু দিনৰ বন্ধু অখিল। তাৰ পিছত ফ্লাস্ক, টিফিন কেৰিয়াৰ, হেলমেট সামৰি লোৱাত অখিল ব্যস্ত হৈ পৰিল। এইকেইদিন তাৰ খুব কষ্ট হৈছে। মাকে অচিনাকি হস্পিতালত অকলে থাকিবলৈ সাহ নকৰে, হঠাৎ কিবা এটা হৈ গ'লে? মাজে মাজে তাক ৰিলিভ কৰি দিছেহি অনাদিয়ে, যদিও এনেবোৰ কাম তাৰ বাবে খুবেই অস্বস্তিকৰ। অৱশ্যে কাইলৈ অখিলৰ ভায়েক বিপুল আহি পাবহি কোকৰাঝাৰৰ পৰা।

কিবা হ'লেই লগে লগে খবৰ দিবি। গগৈৰ ঘৰলৈ ফোন কৰি মোক মাতি দিবলৈ কবি। তলত ইমাৰ্জেন্সিত টেলিফোনটো আছে। অখিলে ক'লে। মই ঘৰত মাক থৈ ভাতকেইটা খাই এঘণ্টাৰ ভিতৰত আহি আছো। অখিল আৰু মাক লিফ্‌টৰ পিনে যায়গৈ।

বাৰাণ্ডাত বন্ধু-পত্নীৰ কোঠাৰ সম্মুখত অনাদিয়ে খোজ দি থাকে। কেবিনত আলোচনী, বাতৰিকাকতবোৰ আছে। সেইবোৰ সি মেলি চাব নিবিচাৰিলে। তাত আছে মাথো হত্যা জিঘাংসাৰ খবৰ। অথচ সি, অখিল, নিৰু, মা এই সকলো বৈ আছে এটা জন্মৰ বাবে। খুব ভয়ংকৰ সময় এতিয়া, তথাপি এটি শিশুৰ জন্ম কিমান আশাপদ হ'ব পাৰে। বাৰাণ্ডাৰ ফাৰ্নিচত ভেজা দি অনাদি বৈ থাকে। দুৰৈৰ ৰাস্তাত এটা-দুটা মানুহ। নিয়নৰ পোহৰত উদ্ভাসিত বিশাল বিজ্ঞাপনৰ হ'ৰ্ডিং, প্ৰায় নগ্ন এক পুৰুষ, শৰীৰত মাথো অন্তৰ্বাস: ৰেবেন'—ৰেবেন' গেঞ্জী জাঙ্গিয়া, পুৰুষৰ উৎকৃষ্ট অন্তৰ্বাস···কোনো সংগতি নোহোৱাকৈয়ে অনাদিৰ মনলৈ আহিল ৰাস্তাত ভদ্ৰলোকজনে বৰ্ণনা কৰা ৰুবাচী চিনেমাখনৰ দৃশ্যটোৰ কথা: এজন ক্ষীণ, চাপৰ মানুহ, তাম বৰণীয়া মুখ, খুব বিনয়ী ভংগীৰে লাহে লাহে আহি দেপ্‌লেঁৰ ওচৰত ক'ল—এক্সকিউজ মি, জুইশলা বাহটো অকণমান দিব নেকি?···তাৰ শৰীৰ পেট্ৰ'লৰ জুইত দাউ দাউকৈ জ্বলিছে, মাৰ্কিন সাম্ৰাজ্যবাদ মুৰ্দাবাদ,···বিৰক্ত মুখে দেপ্‌লেঁই কৈছে: ছেঃ, মোৰ জুইবাহটো মানুহটোৱে লৈ গ'ল।···বা যতীন দত্ত ষ্ট্ৰীটত বাতৰিকাকত বেচি ফুৰা সেই সৰু ল'ৰাটো, ক্ষীণ হাতখনেৰে সি বাতৰিকাকত এখন জোকাৰিছে: আৰু এজনক হত্যা আৰু কেইজনমান নিহত···

এইবোৰ সকলো পাহৰি যোৱাৰ চেষ্টা কৰে অনাদিয়ে। তাৰ খুব ইচ্ছা হয় যেন এতিয়াই সি দ্ৰুত চিৰি ভাঙি নামি যাব। তলত ইমাৰ্জেন্সিত টেলিফোনটো আছে। অখিলৰ ভাৰা ঘৰৰ মালিক গগৈৰ নম্বৰটো ডায়েল কৰিব, অখিল বিচিভাবৰ ওচৰ পাওঁতে হয়তো কিছু সময় ল'ব: কংগ্ৰেচুলেশ্বন অখিল,

নিৰুৰ ছোৱালী এজনী হৈছে, ধুনীয়া আৰু শকত, নিৰুৰ দৰেই···হস্পিতালৰ পৰা ওভতোতে অনাদিৰ বহু ৰাতি হ'ল। ঘৰলৈ কিছু দূৰেই হয়, কিন্তু ৰাতি খোজকাঢ়ি বেয়া নালাগে। অখিলে স্কুটাৰখন দি পঠাব খুজিছিল কিন্তু হঠাৎ অখিলৰ প্ৰয়োজন হ'ব পাৰে বুলি সি নল'লে। অৱশ্যে ডাক্তৰে প্ৰায় এসপ্তাহৰ পিছতহে প্ৰসৱৰ দিন দিছে। ৰাতি জনশূন্য হস্পিতাল ৰোডত খোজ দি সি আঙুলিত জ্বলন্ত চিগাৰেট লৈ অনাদিয়ে অখিলৰ কথা ভাবে। খুব ষ্ট্ৰাগল কৰিব লগা হৈছে সি জীৱনত। খুব দৰিদ্ৰ অৱস্থাৰ পৰা উঠি আহি এইখিনি পাইছেহি। ভায়েক বিপুলে কিছুদিন আগেয়ে চাকৰিত জইন কৰাৰ পিছতহে অখিলে অলপ সকাহ পাইছে···

ক্ৰাছকৈ ব্ৰেক মৰাৰ শব্দত অনাদি চমকি উঠে, এখন গাড়ী নিঃশব্দে আহি তাৰ ওচৰত ৰৈ যায়। হেই ৰ'। কোনোবাই হুটা মাতেৰে চিঞৰি উঠে। গধুৰ জোতাৰ শব্দ গাড়ীৰ পৰা নামি আহে। বিশাল কঠিন শৰীৰৰ তিনিটা মিলিটেৰী। পোহৰৰ বিপৰীতে থকাৰ বাবে সিহঁতৰ মুখ আন্ধাৰ। সিহঁতৰ শৰীৰৰ উলম্বভাৱে ওলমি থাকে এম-২২ বন্দুকৰ নল।

'ক'ৰ পৰা আহিছ, চাল্লা— !

'হস্পিতাল—' অনুচ্চ মাতেৰে অনাদিয়ে ক'লে।

এটা তাৰ পিনে এখোজ আগুৱাই আহিল, 'হাত উঠা—'।

ক্লান্তভাৱে অনাদিয়ে হাত দুখন ওপৰলৈ তোলে। সি অনুভৱ কৰে তাৰ শৰীৰ কঁপি কঁপি উঠিছে।

'ঘূৰ চাল্লা—', বন্দুকৰ শীতল নলী এডাল তাৰ পিনে আগবাঢ়ি আহে। ট্ৰিগাৰত উদ্যত আঙুলি। অনাদিয়ে আত্মসমৰ্পণৰ ভংগীত হাত ওপৰলৈ তুলি সিহঁতৰ পিনে পিঠি দি থিয় হয়। সম্মুখত সি একো দেখা নাপায়—মাথো আন্ধাৰ আৰু অস্পষ্টতা, মাথো সি অনুভৱ কৰে তীখাৰ নলী এডালৰ গা হিম কৰা স্পৰ্শ তাৰ পিঠিত, এখন কঠোৰ হাতে তাৰ শৰীৰ খেপিয়াই চায়, কিবা বিচাৰে··· ।

এটা সময়ত গাড়ীখন আঁতৰি গ'ল। অলৰ নিস্পন্দ হৈ অনাদি ৰাস্তাত ৰৈ থাকে। নিজৰ হৃৎস্পন্দনৰ শব্দ সি নিজেই স্পষ্ট শুনা পায়। সি পাহৰি যায় স্থান আৰু কাল। কেইমুহূৰ্তমানৰ বাবে যেন সি নিজৰ অস্তিত্ব হেৰুৱাই

পেলায়। লাহে লাহে অনাদিয়ে অনুভৱ কৰে যে তাৰ ভয় লাগিছে, এনে লাগিল যেন মৃত্যুৱে তাৰ শৰীৰত হাত বুলাই গ'ল, সমস্ত শৰীৰ অসাৰ যেন লাগে তাৰ ; লাহে লাহে সি বুজি উঠে যে সি বৈ আছে, বাতি, সাপৰ পিঠিৰ দৰে ৰাস্তাৰ ওপৰত, সন্মুখত তামৰ মূৰ্তিৰ দৰে দুটা ঘোঁৰা, শাৰী শাৰী নিয়ন লাইটৰ ক্লান্ত পোহৰ, দেৱালত চিনেমাৰ ভিলেইনৰ জিঘাংসা ভৰা মুখ— ৰিভলবাৰৰ ভয়ংকৰ নলী তুলি ধৰিছে ৰাস্তাৰ পথিকৰ পিনে, দূৰৈত হয়তো জেলৰ গেটৰ পৰা এঘাৰ বজাৰ সংকেত ভাহি আহিছে। মূৰ তুলি আকাশৰ পিনে চায় অনাদিয়ে, নিথৰ কালপুৰুষ, ছায়াপথ, নক্ষত্ৰমণ্ডলী আৰু সেই হিম আকাশত ছায়াপথত নক্ষত্ৰৰ মাজে মাজে সৰু ল'ৰাটোৱে বাতৰি কাগজ ফেৰী কৰি ফুৰিছে ঃ আৰু এজনক হত্যা, পুলিচৰ গুলীত নিহত থেতিয়ক···

পিছদিনা আবেলি গ্ৰেণ্ড ৰেষ্টুৰাঁৰ আড্ডাত অনাদি বহি থাকে। সমুখত চাহ। পেন্সিল স্কেছৰ দৰে চিগাৰেটৰ ধোঁৱা উৰিছে। আজি পুৱা চহৰৰ এম্বৰত হত্যাকাণ্ড ঘটি গৈছে। মাজ ৰাস্তাত দুজন মটৰ চাইকেল আৰোহী বন্দুক ধাৰীয়ে খুব ওচৰৰ পৰা গুলীয়াই থৈ গ'ল মানুহ এটাক। একেবাৰে নিভু'ল হাত, এটা গুলি মানুহটোৰ লাওখোলাৰে সৰকি গ'ল আনটো ডিঙিৰে। পথনাটকৰ দৰে এই ঘটনাটো ৰাস্তাৰ বহু মানুহে চাই আছিল। আজি আড্ডাৰ বিষয় এয়ে। বিমানদা, যি আড্ডাৰ মধ্যমণি, তেওঁ চাৰ্মিনাৰ চিগাৰেট টানি নীৰৱে আনৰ বক্তব্য শুনিছে আৰু মাজে মাজে গম্ভীৰ মন্তব্য দিছে ঃ

আমাৰ বাবেও গুলি এৰি দিয়া হৈছে, সেয়া পুলিচৰেই হওক এক্সট্ৰিমিষ্টৰেই হওক। এতিয়া প্ৰত্যেকৰ ঠিকানা বুলেটবোৰত লিখা হৈ গৈছে। তুমি কেনেকৈ বাচি থাকা এতিয়া সেইটো তোমাৰ দায়িত্ব।

য়াহ, কোনোবাই সন্মতি জনালে। বতাহত উৰি ফুৰিছে বোমাৰ স্প্লিণ্টাৰ আৰু সীহৰ গুলিবোৰ, তাৰ মাজেৰেই সাৱধানেৰে অফিচ-কাছাৰীলৈ বুলি খোজ দিয়া, প্ৰেমিকালৈ কিনা ফুল আৰু সন্ধিয়া আড্ডালৈ আহা, হাঃ হাঃ হাঃ···

কি ভয়ংকৰ ৰসবোধ, অনাদিয়ে ভাবে। আড্ডা হাঁহিত ফাটি পৰিছে। ইয়াৰ মাজতেই কোনোবাই চিঞৰি কৈছে : মৃত্যুৰ ঘণ্টা কাৰ বাবে বাজিছে নুসুধিবা, তোমাৰ বাবেই সেই ঘণ্টা বাজি থাকিব পাৰে।

অনাদি নিঃশব্দে ৰেষ্টুৰাঁৰ পৰা ওলাই আহে। হস্পিতাললৈ যাব সি আৰু উভতি আহিব লাগিবও সোনকালে। হঠাৎ অনাদিয়ে ভাবিলে, সি খুব ভীত-

সন্ত্ৰস্ত হৈ পৰিছে নেকি ? হয়তো চহৰখনেই, গোটেই পৰিবেশটোৱেই এক ভীতিগ্ৰস্ততাত ভুগি আছে। তাৰ মনত পৰিল কেইদিনমান আগেয়ে, সি হলত চিনেমা চাবলৈ সোমাইছিল, এখন ভীষণ ৰোমাণ্টিক প্ৰেমৰ ছবি। হল আন্ধাৰ হৈছিল, চিনেমা চলিছিল, অনাদিৰ কাষৰ ছিটটোত কোনো বহাগৈ নাছিল। মাজে মাজে দুৱাৰ খুলি এজন এজনকৈ দৰ্শক সোমাই আহিছিল. আন্ধাৰত অদৃশ্য মুখ, খুব সন্দেহজনক ভংগী, ইফালে সিফালে চায় আৰু বহি পৰে। যেন সকলো খলষড়যন্ত্ৰকাৰী, কাৰ কি অভিসন্ধি কোনে জানে, আন্ধাৰৰ মাজত যদি কোনোবাই এৰি থৈ গৈছে ভয়ংকৰ বিস্ফোৰক। চিনেমা আৰম্ভ হ'ল, অনাদিৰ কাষৰ ছিটটোত কোনো নবহিলহি; কিন্তু সেইটোও এক অশান্তিকৰ অৱস্থা, ছিটটোত আহি কোন বহিবহি, আন্ধাৰৰ মাজততো চিনি পোৱা নাযাব তেওঁৰ মুখ। তেওঁ বন্ধুনে শত্ৰু ? হঠাৎ টয়লেটৰ পিনে যোৱাৰ চেলুত তেওঁ আঁতৰি যোৱাৰ পিছত হলটো যে বিস্ফোৰণত কঁপি নুঠিব তাৰেই বা নিশ্চয়তা ক'ত ? খুব অস্বস্তিকৰ অৱস্থাত পৰিছিল সিদিনা সি।

যতীন দত্ত ষ্ট্ৰীটত আন্ধাৰ নামি অহা নাই তেতিয়াও। তথাপি ষ্ট্ৰীট লাইট-বোৰ জ্বলি উঠিছে। ৰাস্তাত অফিচফেৰৎ মানুহ, বিয়লিৰ ভিৰ। পাণদোকান এখনত বৈ এটা চিগাৰেট জ্বলায় অনাদিয়ে। ইফালে সিফালে চায়, নাই কালি সন্ধিয়াৰ বাতৰি কাকত বিক্ৰী কৰি ফুৰা অকণমানি হ'কাৰ ল'ৰাটো আজি নাই। নাই ফৰাচী চিনেমাৰ আলোচনা কৰি ফুৰা কালিৰ ভদ্ৰলোক দুজনো। লাহে লাহে দিনৰ পোহৰ অস্পষ্ট হৈ আহে, দোকান-পোহাৰবোৰত এটা এটাকৈ চাকি জ্বলি উঠে, আৰু দূৰৈত অনাদিয়ে শুনা পায় এখন ফায়াৰ ব্ৰিগেডৰ গাড়ী বিপদসংকেত বজাই দৌৰি গৈছে।

অনাদি হস্পিতাল ৰোডত উঠোঁতেই ঘন আন্ধাৰ আহি ৰাস্তাৰ কাষৰ বাধাচূড়া গছকেইজোপা ঢাকি ধৰিলেহি। ৰাস্তাটোত মানুহ কম, প্ৰায় জনশূন্য বুলিবই পাৰি। আনকি কালিৰ ষোঁৱাকেইটাও আজি নাই। এখন প্ৰান্ত বিক্সাই ধীৰ শ্লথ গতিৰে অনাদিক অতিক্ৰম কৰি গ'ল। দেৱালৰ চিনেমাৰ প'ষ্টাৰখনত থকা ভিলেইনৰ মুখ পোহৰ আৰু ছাঁৰ অস্পষ্টতাত আজি আৰু ক্ৰূৰ দেখা হৈছে, আনকি ৰিভলভাৰটোৰ নলী যেন আৰু ঔদ্ধত্যৰে ৰাস্তাৰ পিনে লক্ষ্য কৰা হৈছে, লাহে লাহে নিয়নালোকিত ৰাস্তাৰে অনাদি আগবাঢ়ি যায়. নিস্তব্ধ আৰু নিসংগ, আৰু তেতিয়াই কেইখোজমানৰ পিছতেই সি দূৰৈৰ পৰা অহা এখন মটৰ চাইকেলৰ অস্পষ্ট শব্দ ভুক ভুক শুনা পায়, ক্ষীণ ৰহস্যময় সেই

শব্দ ক্রমশঃ তীব্র হৈ পিছফালৰ পৰা অনাদিৰ পিনে আগবাঢ়ি আহে, সি উভতি চায়, সামান্য সন্ত্রস্ত, সি আৰোহী দুজনক দেখা নাপায়, হেডলাইটৰ ক্ষীণ পোহৰহে দেখা যায় মাথো, লাহে লাহে হয়তো অকাৰণে ভয়ংকৰ ত্ৰাসত অনাদি কঁপি উঠে, চাৰিওপিনে চায় ওচৰত কোনো নাই, দৌৰাৰ চেষ্টা কৰে, ভৰি দুখন আগ নাবাঢ়ে তাৰ, যেন জঠৰ হৈ পৰিছে সমস্ত শৰীৰ, কিন্তু সেই শব্দ আগবাঢ়ি আহিছে গম্ভীৰভাৱে, ইঞ্জিনৰ নিৰৱচ্ছিন্ন শব্দ, ক্ষীণ পোহৰৰ হেডলাইট, তাৰ ৰহস্যময় আৰোহীদ্বয়ে অনাদিক অতিক্রম কৰাৰ সময়ত তাৰ শৰীৰ শিঞৰি উঠে···মটৰ চাইকেলখন পাৰ হৈ যায়, একো নঘটে, নিৰীহভাৱে ইঞ্জিনৰ শব্দ লাহে লাহে দূৰলৈ আঁতৰি যায়। অনাদিৰ দুঃস্বপ্নৰ দৰে বোধ হয় সময়খিনি। সি ঠিক কৰে হস্পিতালৰ পৰা সোনকালে ঘৰলৈ উভতিব।

লাহে লাহে চিৰি বগাই হস্পিতালৰ দুমহলাৰ বাৰাণ্ডাত উঠিল অনাদি। কোঠাৰ পৰা অখিলৰ মাক নাৰ্ভাছ হোৱাৰ দৰে ওলাই আহিছে বাৰাণ্ডালৈ, ইফালে সিফালে চাইছে, তাক দেখি মাই চিঞৰি উঠিল: অনাদি, অখিলক খবৰ দিয়া বেগাই। সি ঘৰলৈ গৈছে।

—কি হৈছে? অনাদি চমকি উঠে।

—নিৰুৰ ল'ৰা এটা হৈছে, বেগাই যোৱা।

—কেনেকুৱা কেঁচুৱাৰ, নিৰুৰ কেনে?

—ভাল। মাক কেঁচুৱা দুয়োৰে ভাল। ডাক্তৰে কোনো চিন্তা নাই বুলি কৈছে। উহ,—অখিল গোটেই দিনটো থাকি অলপ আগেয়েহে ওলাই গৈছিল।

প্ৰায় দৌৰি অহাদি লিফ‌্টৰ ওচৰলৈ আহিল। ইণ্ডিকেটৰৰ মনিটৰ স্তব্ধ। লিফ‌্ট ক'ৰবাত বৈ আছে। চিৰিয়েদি অনাদি দ্রুত নামি গ'ল। তলত কোলাহল। কোনোবাই চিঞৰি কান্দিছে। দুখন গাড়ী বিকট শব্দেৰে আহি ৰৈছেহি। দুপদাপ খোজৰ শব্দ, ষ্ট্ৰেচাৰ, হুইলচেয়াৰ টনাৰ শব্দ, খৰখৰকৈ দুজনী নাৰ্ছ চিৰিয়েদি উঠি আহিল, এটা ৱাৰ্ডবয়ে দুৰ্বোধ্য ভাষাৰে কিবা চিঞৰিলে। ইমাৰ্জেন্সিত, গ্ৰাউণ্ড ফ্ল'ৰত টেলিফোনটো আছে। গ্ৰাউণ্ড ফ্ল'ৰলৈ নামি আহিল অনাদি আৰু সেই বীভৎস দৃশ্যটোৰ মুখামুখি হ'ল: দুখন এম্বুলেন্সৰ পৰা মৃতদেহবোৰ নমোৱা হৈছে, মৃতদেহ মানে ছিন্ন-ভিন্ন বহু মাংসপিণ্ড, কিছুমান জীৱিত যদিও সমস্ত শৰীৰ ৰক্তাক্ত, কিছুমানৰ মুখ পুৰি গৈছে সম্পূৰ্ণ। কোনোবাই আহত জন্তুৰ দৰে চিঞৰিছে, মজিয়াত তেজৰ ডোঙা আৰু তেজ লগা খোজৰ বহু ছাপ মজিয়াত দ্রুত ভৰি পৰিছে।

পেছেঞ্জাৰ বাছ এখনত বোমা ফুটিছে, খুব পাৱাৰফুল বোমা। ইমাৰ্জেঞ্চিৰ পিনৰ পৰা অহা এজন পুলিচ অফিচাৰে ক'লে।

: ক'ত? সি চিঞৰি সোধে, বাছখন ক'ৰ পৰা আহিছিল?

কোকৰাঝাৰৰ পৰা। অফিচাৰজন ব্যস্তভাৱে আঁতৰি যায়।

অমঙ্গলীয়া সন্দেহত অনাদি ইমাৰ্জেঞ্চিৰ পিনে দৌৰি যায়। শৰীৰে যেন ভাৰসাম্য হেৰুৱাব খোজে বাৰে বাৰে। এটা কোঠাত আহত কেইজনমান পৰি আছে, দুজনক ষ্টিচিং কৰা হৈছে, উন্মাদৰ দৰে এজনে চিঞৰিছে। নাই ইয়াত কোনো নাই, দুটা কোঠা পাৰ হ'ল সি, এমূৰৰ এটা কোঠাৰ সমুখত এগৰাকী প্ৰৌঢ়া নাৰ্ছ, নাকত ৰুমাল ধৰি থিয় দি থকা। দুটা ডেকা ল'ৰা। সি ভুমুকিয়াই ভিতৰলৈ চালে, মজিয়াত কেইটামান শৰীৰ। শিশুৱে অপৈণত হাতেৰে বোলোৱা ৰঙীন ছবিৰ দৰে ৰাঙলী। সি দুখোজ আগবঢ়ি আহিল। বিপুল, অখিলৰ ভায়েক পৰি আছে একাটি হৈ, বাঁওহাতখন হাহাকাৰৰ ভংগীত মেলা, অনাদি তাৰ ওচৰত আঠুকাঢ়ি বহিল, তাৰ চুলিত আঙুলি ডুবাই দিলে, ডাঠ আলতীয়া এক তৰল স্পৰ্শত সি বুজিব পাৰিলে সেয়া তেজ, বিপুলৰ শৰীৰৰ নিম্নাংশৰ পিনে তেতিয়াহে অনাদিৰ চকু গ'ল, তাৰ পেট আৰু নিম্নাংশ বোমাৰ স্প্লিণ্টাৰে নিৰ্দয়ভাৱে ফালিচিৰি পেলাইছে। পিছফালৰ পৰা কাৰোবাৰ, হয়তো নাৰ্ছৰ শান্ত মাত শুনা গ'ল: তেওঁ মৰিছে—স্পটতেই!

কিমান সময় অনাদিয়ে সেই মৃতদেহৰ ওচৰত বহি আছিল মনত নাই, হঠাৎ বহু পদশব্দত সি সাৰ পাই উঠিল। মূৰ তুলি চাই সি দেখে, কোঠাটোত কেইজনমান গম্ভীৰ মুখৰ পুলিচ অফিচাৰ-চিপাহী-ডাক্তৰ নাৰ্ছ আৰু ৱাৰ্ডবয়। প্ৰাৰ্থনাৰ ভংগীৰ দৰে বহি থকাৰ পৰা অনাদি থিয় হয়, থপকৈ দেৱালত ভেজা দিয়ে, তাৰ মনত পৰে সি এতিয়া অখিলক দুটা জৰুৰী খবৰ দিবলৈ আছে। অস্থিৰ খোজেৰে অনাদি ওলাই আহে, কোনোৱে তাক লক্ষ্য নকৰে, বাৰাণ্ডাত বৈ বিভ্ৰান্তৰ দৰে অনাদিয়ে ভাবে টেলিফোনত অখিলক কোনটো খবৰ সি পোনতে দিব: জন্মৰ নে মৃত্যুৰ? ইমাৰ্জেন্সীৰ টেলিফোনটো বাৰাণ্ডাৰ ইমূৰত আছে। ইতিমধ্যে বাৰাণ্ডাত মানুহ ভৰি পৰিছে, তীব্ৰ উত্তেজনা-চাঞ্চল্য লৰাচাপৰা বাৰাণ্ডাত বিয়পি পৰিছে। তেতিয়াই দপ্‌কৈ লাইটবোৰ নুমাই গ'ল, ল'ড শ্বেডিঙৰ আন্ধাৰে এখন ক'লা কম্বলৰ দৰে সকলো ঢাকি ধৰিলে। কোনোবাই হতাশাত চিঞৰি উঠিল, কোনোবা আহতৰ প্ৰাণান্তকৰ আৰ্তনাদ বাৰাণ্ডাৰে ঢপলিয়াই গ'ল, দুটা টৰ্চৰ পোহৰ তাৰ পিনে আগুৱাই আহিল,

ক'ৰবাত এডাল জুইশলা জ্বলিল, এটা ক্ষীণ পোহৰৰ ইমাৰ্জেন্সি লাইট জ্বলিল, এইবোৰৰ মাজেৰে অনাদি টেলিফোনটোৰ পিনে আগবাঢ়ি গ'ল, তাৰ চাৰিওপিনে শৰীৰহীন অলীক মানুহ, খোজৰ শব্দ, ভৌতিক আৰ্তি আৰু সংলাপ : পষ্টমৰ্টেম—সাতটা ডেডবডি—পাৰাৰফুল বোমা আদি বিক্ষিপ্ত শব্দ আন্ধাৰত ওপঙি থাকে, সেই অন্ধকাৰ, আৰ্তনাদ, মৃত্যু আৰু জিঘাংসাৰ মাজেৰে টেলিফোনৰ পিনে আগবাঢ়ি গৈ থাকোতে অনাদিয়ে এটা তাৎক্ষণিক সিদ্ধান্ত ল'লে, সি ঠিক কৰিলে যে সি অখিলক প্ৰথমে নিকৰ কেঁচুৱাটোৰ জন্মৰ খবৰ দিব, সি নিজৰ মনতেই এক যুক্তি থিয় কৰিলে যে জন্ম সদায়েই মৃত্যুতকৈ শ্ৰেষ্ঠ আৰু মহান, তদুপৰি এই সন্ত্ৰাস, দুৰ্ভাৱনা আৰু ত্ৰাসৰ মাজত এটা শিশুৰ হাঁহি হয়তো খুবেই প্ৰয়োজনীয় অস্পষ্ট পোহৰত অনাদিয়ে টেলিফোনটোৰ ওচৰ চাপিল, অনুভৱ কৰিলে ক্ৰেডলৰ ধাতৱ স্পৰ্শ, ডায়েলৰ সংখ্যাকেইটা চকুৰে মনিব পৰা নাযায়, এহাতেৰে দেৱালত ভেজা দি আনটো হাতেৰে পকেটৰ পৰা জুইশলা বাহটো উলিয়ায় সি, কঁপা কঁপা হাতেৰে এটা কাঠি জ্বলালে, গগৈৰ টেলিফোন নাম্বাৰটো ডায়েল কৰে সন্তৰ্পনে, খুব ক্ষীণকৈ সিমূৰত ৰিং হয়, কোনোবা এজনে ৰিচিভাৰ দাঙে : হেল'—

গগৈদা নেকি ? মই হস্পিতালৰ পৰা কৈছো। অনাদিৰ মাত কঁপি উঠে, অলপ অখিলক মাতি দিয়ক।

ৰিচিভাৰটো টেবুলত নমাই থোৱাৰ শব্দ হয়। অখিল টেলিফোনৰ ওচৰলৈ আহিবলৈ কিছু সময় ল'ব। হাতত ৰিচিভাৰ লৈ দেৱালত ভেজা দি অনাদি ৰৈ থাকে। হস্পিতালৰ বতাহত ফেনাইল, এন্টি-চেপ্টিকৰ গোন্ধ। কেইডালমান মমবাতিৰ পোহৰ আৰু অলীক পদশব্দ ইফালে সিফালে ঘূৰি ফুৰে। অনাদি ৰৈ থাকে, হাতত টেলিফোনৰ নিঃশব্দ ৰিচিভাৰ। তেতিয়াই সি দেখে, এটা মানুহ তাৰ পিনে আগবাঢ়ি আহিছে, চাপৰ ক্ষীণাঙ্গ! মানুহটো অনাদিৰ ওচৰত ৰ'ল, সামান্য হাউলি বিনয় প্ৰদৰ্শন কৰিলে, সেই বিচ্ছুৰিত পোহৰত চমকি উঠি অনাদিয়ে দেখে মানুহটোৰ তাম বৰণীয়া মুখ, ওঁঠ দুটা ল'ৰিছে, সি কৈছে : এক্সকিউজ মি, জুইশলা বাহটো অকণমান দিব নেকি ?

( পষেক, বিশেষ সংখ্যা '৯২ )

# সমীৰণ বৰুৱা আহি আছে

( এক )

বৰ্মনে ক্ৰেডলৰ পৰা বিছিভাৰ তুলি ল'লে। সিমূৰত ডি. আই. জি হৰ দত্ত। তেওঁ উচ্চাৰণ কৰা ধাতৱ শব্দবোৰৰ প্ৰতিটোতে কিছু উদ্বেগ আৰু উত্তেজনাই ভৰ কৰি আছে।

"হয় ছাৰ—" এছ. পি. বৰ্মনে ক'লাগিলে। খুব সতৰ্ক আৰু বিনয়াৱনত তেওঁৰ মাত,—"মই আপুনি কোৱা মতেই সকলো ব্যৱস্থা কৰিছো ; দুজন ইন্সপেক্টৰক চৌকিডিডি আউট প'ষ্টত ৰাখিছোঁ বিশেষ দায়িত্বত। মই নিজে ইন্সপেকশ্বনত যাবলৈ বুলি এই ৰেডি হৈছোঁ। ইতিমধ্যে সকলোবোৰ পুলিচ থানাক এলাৰ্ট কৰি দিয়া হৈছে। ইন্টেলিজেন্ট ব্ৰাঞ্চৰ শেহতীয়া ৰিপ'ৰ্টটো এইমাত্ৰ মোৰ হাতত পৰিছে।"

ডি. আই. জি দত্তই আৰু কেইটামান নিৰ্দেশ দিয়ে—খুব সংক্ষিপ্ত, কিন্তু গুৰুত্বপূৰ্ণ। টেলিফোনৰ এক্সটেনশ্বন ৰায়াৰ ভাল কঁপি কঁপি থাকে।

হয়, এছ. পি. বৰ্মনে জানে কথাবোৰ। মানুহটো খুব বিপদজনক, ভয়ানক। ৰাজ্যখনৰ সন্ত্ৰাসবাদী সংগঠন এটাৰ প্ৰধান নেতা সি। বহু ৰাজনৈতিক হত্যাকাণ্ডৰ লগত সি জড়িত ; কেইবাটাও বেংক ডকাইতি, বহু দেশবিৰোধী কাৰ্যকলাপৰ পাছত,—সাত বছৰৰ আগেয়ে বহু চেষ্টাৰ মূৰত তাক ধৰা পেলোৱা গৈছিল, কিন্তু অবিশ্বাস্যভাৱে অতি সোনকালে পুলিচৰ হেফাজতৰ পৰা সি পলাই যায়। পুলিচ আৰু ইন্টেলিজেন্ট ব্ৰাঞ্চৰ বাঢ়ি অহা তৎপৰতাৰ বাবেই সম্ভৱতঃ খুব সাৱধানতা অৱলম্বন কৰা সত্বেও পুলিচৰ চকুত ধূলি দি এদিন সি সীমান্ত পাৰ হৈ যায়। ইতিমধ্যে তাৰ সন্ত্ৰাসবাদী দলটোৰ বহু সদস্যকে পুলিচে গ্ৰেপ্তাৰ কৰিছে, বহু নিষ্ক্ৰিয় হৈ পৰিছে আৰু বহুজনে সেই পথ এৰি আহি চৰকাৰৰ সৈতে সহযোগিতা কৰিছে। এক কথাত ক'বলৈ গ'লে দলটোৰ কঁকাল ভাঙি দিয়া হৈছে বিভিন্ন উপায়েৰে। আৰু হয়তো এইবোৰ খবৰ পায়েই এতিয়া সি সীমান্ত পাৰহৈ পুনৰ ঘূৰি আহিছে। জনা গৈছে, সীমান্তৰ সিপাৰে সি অত্যাধুনিক আগ্নেয়াস্ত্ৰ চালনাৰ এক প্ৰশিক্ষণ লৈছিল—আৰু সেই প্ৰশিক্ষণে তাক বৰ্তমান আৰু ভয়ংকৰ কৰি তুলিব। সি লগত এক বৃজন সংখ্যক মাৰাত্মক অস্ত্ৰপাতি লৈ অহাটোও অসম্ভৱ নহয়।

"ইয়েছ ছাৰ— !" খুব স্মাৰ্টভাৱে বৰ্মনে ক'লে। তেওঁ অনন্ত বৰ্মন ;—খুব কম বয়সতে, কম সময়তে তেওঁ আজি এছ. পি. হৈছেহি, বহু কেইজনক ছুপাৰছিড কৰি। কাৰণ, কেনেকৈ কেৰিয়াৰ বনাব লাগে তেওঁ জানে। কুকুৰৰ দৰে তেওঁ প্ৰভুভক্ত, হায়েনাৰ দৰে ক্ষিপ্ৰ, শহাৰ দৰে সজাগ আৰু বাংকুকুৰৰ দৰে চিকাৰী। তেওঁৰ উচ্চাকাংক্ষা আছে। আৰু বহুত ওপৰলৈ যাব খোজে তেওঁ। মানুহটো ধৰিব লাগিব। অলপ বিস্ক লৈ হ'লেও মানুহটোক ধৰিব লাগিব। কাৰণ বৰ্মনে জানে, যিবোৰ গুৰুত্বপূৰ্ণ মুহূৰ্ত তেওঁৰ ওচৰলৈ আহে বোকোচাত সুনাম আৰু পদোন্নতিৰ বোজালৈ, ই তেনে এক মুহূৰ্ত ! ইট উইল বিএ প্ৰাইজ কেট্‌চ্‌ ! এৰা তেওঁ কেৰিয়াৰৰ কথা ভাবে, খুব ভাবে।

"থেংক ইউ ছাৰ— ।" এছ. পি. বৰ্মনে ৰিছিভাৰটো নমাই থলে। মুখত ঘামৰ দুটা এটা বিন্দু।

সমীৰণ বৰুৱা আহিছে আছে।

( দুই )

প্ৰথম পৃষ্ঠাৰ লে' আউটটো চাই চিফ এডিটৰ সন্তুষ্ট হোৱা যেন দেখা গ'ল। চচমাযোৰ চকুৰ পৰা খুলি এক মুহূৰ্ত বৈ তেওঁ কিবা এটা ভাবিলে, তাৰ পাছত ক'লে—"শিৰোনামাটো ভাল হৈছে। সমীৰণ বৰুৱা আহি আছে— । বাঃ ! ইট উইল ছে'ল ! কিন্তু মানুহটোৰ এখন ফটোগ্ৰাফ খুব প্ৰয়োজনীয় আছিল এইখিনিত !"

"নাই ছাৰ,—" ষ্টাফ ৰিপৰ্টাৰজনে ক'লে,—"কোনোপধ্যেই মানুহটোৰ ফটো এখন পোৱা নগ'ল। আমাৰ গোস্বামী আৰু লহকৰে বহু চেষ্টা কৰিলে, কিন্তু লাভ নহ'ল। আনকি পুলিচ ফাইলতো তাৰ ফটো পোৱা নগ'ল।"

"আচ্ছা—" চিফ এডিটৰে ছিগাৰেটৰ পেকেট খুলি এটাত অগ্নি সংযোগ কৰি ক'লে,—গোস্বামী, আপুনি থানাৰ লগত যোগাযোগ ৰাখিব। লহকৰে অন্য ধৰণে চেষ্টা কৰি থাকক। আপোনাৰ ছ'ছ'বিলাকৰ পৰা যি খবৰ পায় প্ৰতিদিনে তাৰে বক্স নিউজ কৰক। মানুহটোক যদি এৰেষ্ট কৰা হয়, তাৰ প্ৰথমখন ফটো আমাৰ কাকততেই উঠিব লাগিব। মুঠতে তাৰ গতিবিধি সম্পৰ্কীয় সত্তৰপৰ সকলো খা-খবৰ আমি আমাৰ ৰিডাৰসকলক জনাই থাকিম। মনত ৰাখিব, সমীৰণ বৰুৱা,—দা নেইম ছে'লছ।"

কাষৰ কোঠাত টেলিপ্ৰিণ্টাৰৰ পৰা অহৰহ শব্দ ছিটিকি পৰিছে। বিভিন্ন

ঠাইৰ টুকুৰাটুকুৰি খবৰ। তলৰ ৰাস্তাৰ পৰা ভাঁহি আহে গাড়ী মটৰৰ দীৰ্ঘ হৰ্ণৰ শব্দ। কোনোবা এটা কোঠাত এটা টেলিফোনে ৰিং কৰি থাকে। ব্যস্তভাৱে ছাৰ এডিটৰ আৰু গোস্বামী উঠি গ'ল।

লহকৰে চকীখন এডিটৰৰ টেবুলৰ আৰু অলপ ওচৰলৈ টানি আনিলে। —"এটা কাম কৰা যাওক নেকি ছাৰ?"—তেওঁ চাৰিওপিনে সতৰ্ক দৃষ্টি দি ক'লে। "মানুহটোকতো আমি লগ ধৰিব পৰা কোনো আশায়েই দেখা নাই। পুলিচেই বোলে কোনো ট্ৰে'ছ পোৱা নাই। ইয়ে কৰিলে কেনে হয়,- এটা ফেইক ইণ্টাৰভিউ···।"

এডিটৰে ছিগাৰেটৰ ছাই পেলাবলৈ এছট্ৰে'টো খেপিয়ালে। তেওঁৰ চকু তেতিয়াও লহকৰৰ পিনে,—"ইউ মিন, আমাৰ কোনোবা এজনক সন্ত্ৰাসবাদীৰ গোপন ঘাটি এটালৈ লৈ যোৱা হ'ল – ব্লাইণ্ড ফ'ল্ডেড! তাত আমি-সমীৰণ বৰুৱাৰ সৈতে কথা পাতিলো, তেওঁৰ পৰৱৰ্তী কাৰ্যকলাপৰ কথা সুধিলো, আৰু সুধিলো সীমান্তৰ সিপাৰে তেওঁৰ অভিজ্ঞতা, বৰ্তমান চৰকাৰৰ প্ৰতি তেওঁৰ মনোভাৱ···।"

"লগতে সমীৰণ বৰুৱা, তেওঁক লগ পোৱা কোঠাটোৰ এখন ধোঁৱা-ধোঁৱা অস্পষ্ট ফটো!" - উৎসাহেৰে লহকৰে ক'লে।

এডিটৰে ছিগাৰেটটো এছট্ৰে'ত গুজি দিলে। বহুদিনৰ নিউজপেপাৰ সম্পৰ্কীয় অভিজ্ঞতাৰ গাম্ভীৰ্য তেওঁৰ মুখলৈ আহিল,—"না, না, না—ইট উইল কজ ট্ৰাবল, লহকৰ। মিছামিছি পুলিচৰ ইণ্টাৰ'গেশ্যন, ক্ৰছকুৱেশ্চন;—আৰু পাছত যদি জনাজনি হৈ যায় যে খবৰটো, মানে ইণ্টাৰভিউটো বনোৱা, তেন্তে আমাৰ পেপাৰখনৰ ইমেজ নষ্ট হ'ব, মিছাতে।"

## (তিনি)

প্ৰকাণ্ড ড্ৰেছিং আয়নাখনৰ সন্মুখত বৈ নীলাই চুলি আচুৰি আছিল। নিস্তব্ধ নিৰ্জন এটা দুপৰীয়া। টেপৰেকৰ্ডাৰটোত খুব কম ভলিউমত ক্লিফ ৰিচাৰ্ডৰ গান বাজি আছিল; সেই কেছেটটোৰ ফিটাডালো ইতিমধ্যে শেষ হৈছে। বনকৰা ল'ৰাটো মেটিনি শ্ব' চাবলৈ বুলি ওলাই গৈছে। চাবে চাবি বজাৰ আগেয়ে তাইৰ স্বামী নীলম মহন্তৰো অহাৰ অভ্যাস নাই। মুখত ক্ৰিম ঘঁহি-ঘঁহি নীলাই প্ৰকাণ্ড ঘৰটোৰ শূন্যতা অনুভৱ কৰে। সমুখৰ খিৰিকিৰে দুপৰীয়াৰ ৰাস্তা দেখা যায়। জনহীন। মাথোঁ মাজে মাজে হঠাৎ এখন-

দুখন গাড়ি-মটৰ গৈছে। উঠি আহি তাই বিছনাখনত গা এৰি দিলে। ৰাল্লকটোৰ পৰা দুপৰীয়াৰ অলস সময় খহি পৰিছে। পাতল বতাহত কঁপি কঁপি আছে খিৰিকিৰ পৰ্দা। ঠিক তেনেকুৱাতে—টেলিফোনটোৱে ঝনঝনাই উঠিল। জাপ মাৰি নীলা উঠি বহিল। টেলিফোনটোৰ পিনে চাবলৈকে যেন তাইৰ ভয় লাগিল। ঠিক কৰিব নোৱাৰিলে তাই কি কৰিব। ৰিছিভাৰটো দাঙি লবনে? কিন্তু ফোনটোৱে অবিৰাম ৰিং কৰি থাকে, সেই তীক্ষ্ণ শব্দত ঘৰ-টোৱেই যেন বাৰে বাৰে কঁপি উঠে।

অথিৰ-অবিৰভাৱে তাই ফোনটোৰ ওচৰত থিয় দিলে। গোটেই শৰীৰত এটা শীতলতা। কঁপা-কঁপা হাত মেলি ৰিছিভাৰটো দাঙি লব খোজাৰ আগেয়ে তাই ভাবিলে, যদি সিমূৰৰপৰা ভাহি আহে তাৰ মাত? সেই গভীৰ, কঠোৰ, পৌৰুষময় কণ্ঠ?

"হেল্লো—" নিজৰ মাতেই যেন তাই চিনি নাপালে।

"কি হ'ল নীলা—গা ভাল নহয় নেকি?"

আঃ! তাই স্বস্তিৰ নিশাহ এৰি দিলে। সেয়া তাইৰ স্বামীৰ মাত। বুকুৰ কঁপনি এতিয়াও মাৰ যোৱা নাই। নিজকে স্বাভাৱিক অৱস্থালৈ ঘূৰাই আনিবলৈ তাইৰ কেই ছেকেণ্ডমান লাগিল।

"কি হ'ল নীলা? ইজ ছামথিং ৰং?"

"নাই নাই, এই অকণমান শুইছিলো।"

"ছিনেমা চাবা নেকি আজি? স্পেনবাৰ্গৰ ভাল ছিনেমা এখন দিছে। তুমি ওলাই থাকিবা; পোন্ধৰ মিনিটমানৰ ভিতৰতে মই পামগৈ। সন্ধিয়া আকৌ ভট্টৰ ল'ৰাটোৰ বাৰ্থডে'লৈ যাব লাগিব নহয়?"

চকু দুটা মুদি দিলে নীলাই। ৰিছিভাৰৰ ডায়েফ্ৰামৰপৰা অহা নীলমৰ মাতটোৰ মাজত তাই ডুবি যাব খোজে। যেন এক নিশ্চিত নিৰাপদ আশ্ৰয়। —"আজি থাকক দিয়া। ই অনিলটোও কৰবালৈ গ'ল। তুমি মাত্ৰ অলপ সোনকালে আহিবা। ইমান অকলশৰীয়া লাগিছে আজি!"

প্ৰকাণ্ড কোঠাটোৰ মাজেৰে নীলা লাহে-লাহে খোজ কাঢ়ি গ'ল। ভৰিৰ তলত কোমল কাৰ্পেট, চাৰিওফালে দামী কাঠৰ আচবাব, এটুকুৰা বৰফৰ দৰে এচুকত থিয় দি আছে এটা ৰিফ্ৰিজেৰেটৰ, প্ৰকাণ্ড বেলজিয়াম গ্লাছখনত প্ৰতি-বিম্বিত হৈছে ৰঙীণ টেলিভিজনটো। খিৰিকিৰ সুদৃশ্য বৰ্ণাঢ্য পৰ্দা আঁতৰাই নীলাই দেখা পালে সেউজীয়া লনখনৰ সিমূৰে থকা গেৰেজটো, য'ৰ পৰা তেজ

বৰা মাৰুতিখন লৈ কেইঘণ্টামান আগেয়ে তাইৰ স্বামী নীলম মহন্ত কোম্পানিৰ অফিচলৈ ওলাই গৈছিল।...কিন্তু, দুৰু দুৰু বুকুৰে নীলাই ভাবে,—কিন্তু এই-বোৰ তাই নিশ্চিন্ততাৰে ভোগ কৰিব পাৰিবনে? এইবোৰৰ মাজত, এই বৰ্ণময় প্ৰাচুৰ্যৰ মাজত সি তাইক দুৰ্ভাৱনাহীনভাৱে এৰি দিবনে? কোনোবা এদিন, হয়তো এনে এটা দুপৰীয়াতে, কলিং বেলৰ নিৰ্মম আহ্বান শুনি দুৱাৰ খুলি চাই তাই দেখিব সমুখত সি ৰৈ আছে।

"কি খবৰ নীলি?" সি সুধিব। মুখত তাৰ ক্ৰুৰ কুটিল হাঁহি। চুলি-বোৰ অবিন্যস্ত; গালভৰা ঘন ডাড়ি, গাৰ কাপোৰ কানি মলিয়ন, কিছু খীনাইছেও সি, জিঘাংসাৰে ৰাঙলী দুখন শীৰ্ণ হাত দুকাষে ওলমি আছে। হয়তো সি দুখোজ আগুৱাঢ়ি আহিব, শ্লেষ আৰু ঘৃণাৰ চকুৰে চাব সিহঁতৰ ঘৰৰ ভিতৰৰ চাৰিওফালৰ ঋদ্ধি আৰু প্ৰাচুৰ্যলৈ। হয়তো সি তাইৰ চকুলৈ কেই মুহূৰ্তমান চাই ৰ'ব। লাহে লাহে সি তাইক কব, "তুমি ঘুৰি আহা নীলি। তুমি উভতি আহা মোৰ ওচৰলৈ।"

নীলা জিকাৰ খাই উঠিল। এৰা এদিন নহয় এদিন সিতো তাইৰ ওচৰলৈ আহিবই। ই অৱশ্যম্ভাৱী। তাই জানে সি তাইক পাহৰি যাব নোৱাৰে কেতিয়াও। তাই জানে সি কোনো বাধা নামানে, সমাজক তুচ্ছ জ্ঞান কৰে, মৃত্যুৰ সমুখতো সি নিৰ্বিকাৰ আৰু আজি সাত বছৰ সীমান্তৰ সিপাৰে কটাই, হাবি-জংঘল, জন্তু আৰু ক্ৰুদ্ধ মানুহ কিছুমানৰ সৈতে থাকি সি আৰু চাগে' কিমান দুঃসাহসী হৈ পৰিছে।

নিজৰ ওপৰতে ঘৃণা জমি গ'ল নীলাৰ। ছিঃ ছিঃ। দহ বছৰৰ আগেয়ে কি কুক্ষণত তাই তাক লগ পাইছিল। যি গভীৰ আন্তৰিকতাৰে তাই তাৰ সৈতে কটাই দিছিল বহু সান্নিধ্যঘন মুহূৰ্ত, সেই আন্তৰিকতাৰ জন্ম তাইৰ বুকুত কিয় হৈছিল? প্ৰেম—শব্দটোলৈ ঘিণ লাগি গ'ল তাইৰ। ইয়াৰ বাবেইতো সি তাইৰ ওচৰলৈ উভতি আহিব। ক'তা, নীলমৰ সৈতেতো তাইৰ কোনো প্ৰেম নাছিল। কিন্তু নীলম মহন্তৰ দুবাহুৰ মাজত, ফ্ৰিজ, টি. ভি., গাড়ী, সুসজ্জিত ঘৰটোৰ মাজত কি নিশ্চিন্ত আনন্দেৰে তাইৰ জীৱন কাটি গৈছিল। আজি সি ঘুৰি আহিছে, প্ৰেম-কলুষিত সেই সম্বন্ধই আজি যি কোনো মুহূৰ্ততে ভাঙি চুৰমাৰ কৰি দিব পাৰে তাইৰ এই সজোৱা ঘৰ। খিৰিকিৰ ৰডত গাল থৈ নীলা থৰ লাগি ৰৈ থাকে।

সমীৰণ বৰুৱা আহি আছে।

## ( চাৰি )

কোনোবাই আৰু এটা হুইস্কিৰ বটল খুলিলে, কাৰোবাৰ হাতত লাগি এটা গিলাছ টুং—কৈ মজিয়াত বাগৰি পৰিল, এটা পাত্ৰত পানীয় ঢলাৰ কল-কল শব্দ শুনা গ'ল, কোনোবা এটাই বেসুৰা গলাৰে গাব খুজিলে এটা গান—ইটছ বিন এ হাৰ্ড ডেইজ নাইট, আই ছুড বি শ্লিপিং লাইক এ···। কোঠাটোৰ ভিতৰত জিৰ' পাৱাৰৰ এটা বাল্ব জ্বলিছে। কেইবাটাও ছিগাৰেটৰ ধোৱাঁৰে ধূমায়িত কোঠাটোত, অনুজ্জ্বল পোহৰত, বিশৃংখল কেইখনমান চকী-মেজ, এখন বিছনা আৰু কেইটামান ছায়ামূৰ্ত্তি। সিহঁত বিপুল, অজিত, ডুল, বগেন, ৰফিউল···। অজিত খিৰিকিখনৰ কাষলৈ গ'ল। সি মেলি দিলে খিৰিকিখন। বাতিৰ বতাহ আৰু আন্ধাৰ কোঠাটোৰ ভিতৰলৈ বৈ আহিল।

"গোটেই ৰাতিটো আমি সুৰাপান কৰিলো/আন্ধাৰৰ স'তে সুৰাৰ এটা ককটেল···। কাৰণ আমিয়েইতো ৰাতি পুৱাব লাগিব!"—অজিতে ক'লে। সম্ভৱতঃ তাৰ কবিতাৰ এটা শাৰী। সি কবিতা লিখে। অসমৰ আগশাৰীৰ নবীন কবিসকলৰ এজন বুলি তাক ধৰা হয়।

"চুপ মূৰ্খ!"—বিৰক্তকণ্ঠে বগেনে ক'লে। "তোৰ কবিতাৰ মই ইয়ে—কৰোঁ।" সি এটা অশ্লীল ভংগী কৰিলে।

ডুলৰ এটা বিকৃত হাঁহিত কোঠাটো কঁপি উঠিল। "তাক তেনেকৈ কিয় কৰ পাৰ্টনাৰ? এই কবিতা লিখিয়েইতো সি কিমান আদৰণিৰ গামেচা লয়, কিমান ধুনীয়া-ধুনীয়া ছোৱালীক অটোগ্ৰাফ দিয়ে, আৰু কিমান ধুনীয়া-ধুনীয়া ছোৱালীক ই ছালাই···"—ডুলৰ জিভা দোৰোল খাই যায়; স্খলিত গলাৰে সি যি কব খোজে অস্পষ্ট হৈ যায়। "কি হ'ব ভাই কবিতা লিখি!"—বিমৰ্ষ-ভাৱে অজিতে ক'লে। "মোৰ কবিতাৰ প্ৰতিটো শব্দই ছাল্লা মোকেই অপমান কৰে। পাব্লিছিটি অফিচাৰৰ চাকৰিটোৰ কাৰণে কিমান চেষ্টা কৰিলো, মোৰ কবিতা প্ৰকাশ হোৱা কিমান মেগাজিন ইণ্টাৰভিউ ব'ৰ্ডক দেখুৱালো, কত্তা—? মাজতে ক'ৰ পৰা ডুটামানে ফটকে আহি চাকৰি থাপমাৰি লৈ গুচি গ'ল!"

বাহিৰত এখন মটৰ ছাইকেল আহি ৰ'ল। বুজা গ'ল, ঈশ্বৰ আহিছে। অভাৰছিজ স্কলাৰশ্বিপ এটা লৈ সি আমেৰিকাৰ বিশ্ববিদ্যালয় এখনত পঢ়িবলৈ যাব; সেই উপলক্ষে আজি ডুল বগেনহঁতৰ মদৰ খৰচ সি দি দিছে।

"হেল'!"—ঈশ্বৰ সোমাই আহিল।

"আৰ ইউ লিভিং আছ, য়াং মেন ?" কোনোবা এটাই সুধিলে, আন্ধাৰৰ মাজৰপৰা।

"য়াহ,—আয়াম লিভিং ইউ।" এক পেগ হুইস্কি হাতত লৈ ঈশ্বৰে লাহেকৈ এশোহা মাৰিলে। "ৰাতিপুৱা এয়াৰ প'র্টলৈ তইঁত আহিবি, জৰুৰ আহিবি হাঁ—।"

ৰফিউল্লা তুখোজ তাৰ পিনে আগবাঢ়ি গ'ল। অনিয়ন্ত্রিত খোজ। আলফুলে ঈশ্বৰৰ কান্ধত সি এখন হাত থলে। —"তই আমালৈ আমেৰিকাৰ পৰা কি পঠাবি ভাই ? প্রমিজ কৰ যে তই আমালৈ পঠাবি—কেইটামান দামী মদৰ বটল, সাগৰৰ পাৰত ছানবাথ কৰি থকা উলংগ ডেকা গাভৰুৰ পিকচাৰ কার্ড, কেইখনমান হট পর্ণ',…।

"আৰু বহুত ৰঙীণ আবর্জনা।"—অজিতে শেষ কৰিলে।

"প্রমিজ কৰ, প্রমিজ কৰ, ছালা।" বিছনাত শুই থকা বিপুলে চিঞৰিলে।

"প্রমিজ। আই উইল ডু।" ঈশ্বৰে ম্লানভাৱে হাঁহিলে। খালী গিলাছটো সি টেবুলত নমাই থলে।

"যা—ছালা! তইঁত চব যাগৈ।" তুলে ক'লে। "পাঁচ বছৰৰ পাছত যেতিয়া ঘুৰি আহিবি তেতিয়া দেখিবি ইয়াত সকলো চেঞ্জ হৈ গৈছে। এক কুইণ্টল চাউলৰ দাম বিছ টকা, এই যে এশ পঁচিছ টকাৰ মদৰ বটল, তাৰ দাম মে-ক্সি-মা-ম ত্রিছ টকা, ছিগাৰেট ফ্রি, গাভৰুইঁতে বিয়া কৰিবলৈ বিচাৰিব বেকাৰ যুৱকক, ৰতাহত সৰা পাতৰ দৰে উৰি ফুৰিব টকা,—মানে যাক কয় ৰামৰাজ্য! কাৰণ আমি গম পাই গৈছোঁ…।"

'আচ্ছা—মই যাওঁ। আৰু কেইবা ঠাইতো সোমাবলগীয়া আছে। নৌলিইঁতৰ ঘৰলৈও যোৱাই নাই। তইঁতক ৰাতিপুৱা এয়াৰপ'র্টত লগ পাম।" খুব স্মার্ট ভংগীৰে ঈশ্বৰে ক'লে।

"গুড বাই—য়াং মেন! উইছ ইউ অল দা বে'ষ্ট।" —আন্ধাৰ চুক এটাৰপৰা কোনোবা এটাই ক'লে। "কেতিয়াবা তোৰ লগত আমি বহুত ধৰণে ধেমালি কৰিছিলো,—পাহৰি পেলাবি। বেয়া পাই নাথাকিবি। তয়োতো আমাৰ লগত কম ধেমালি কৰা নাছিলি! ৰিভলিউশ্যন, বিপ্লৱ, কিবা ছিষ্টেম চেঞ্জৰ কথাও কৈছিলি,—আমিতো সেইবোৰত মাইণ্ড কৰি থকা নাই। তই যে কৈছিলি,—গুলীয়াই দিব লাগে, মাৰি টেলিগ্রাফৰ প'ষ্টত

গুলোমাই থব লাগে, যত চব ব্লেকমাৰ্কেটিয়াৰ, ঘোচখোৰ অফিচাৰ, লুভীয়া মন্ত্ৰী এম. এল. এ, ভুৱা প্ৰেমিকা··· ।”

“আই হেভ ছাট দা ড’ৰ অফ য়েষ্টাৰডে, এণ্ড থ ’ন দা কি এৱে !”—বিজ্ঞ হাঁহিৰে ঈশ্বৰে ক’লে। “আচ্ছা, গুড নাইট— ।”

ঈশ্বৰ গুলাই যায়। তাৰ মটৰ ছাইকেল ষ্টাৰ্ট কৰাৰ শব্দ হয়। আৰু ক্ৰমশঃ সেই শব্দ দূৰলৈ আঁতৰি যায়।

“লে বেক ইন দা আৰ্ম ছাম ওৱান !”—ভগা গ’লাৰে বগেনে গাই উঠিল। আন্ধাৰৰ মাজৰপৰা সি থিয় হ’ল। অথিৰ খোজেৰে সি খোলা খিৰিকিখনৰ ওচৰলৈ গ’ল।

“ঠিক আছে ছালা”— হঠাৎ দুলে চিঞৰি উঠিল। “চবকে গুলীয়াই দিম। লাইট প’ষ্টত গুলোমাই দিম চব ব্লেকমাৰ্কেটিয়াৰ,—মিনিষ্টাৰ এম. এল এ,—ঘোচখোৰ অফিচাৰ,—ভুৱা প্ৰেমিকা···” সি মজিয়াৰ মাজলৈ বগুৰা বাই আহি থাকিল। এতিয়াহে ধৰিব পাৰি সি প্ৰায় উলংগ, মাত্ৰ আণ্ডাৰপেণ্টটোহে তাৰ গাত। সি অজিতহঁতৰ পিনে ঘূৰিলে। সম্পূৰ্ণ নিচাগ্ৰস্ত’—প্ৰায় উন্মাদেই বুলিব পাৰি।—“তহঁতে একো চিন্তা নকৰিবি ভাইহঁত! চব ঠিক হৈ যাব। হাতত ষ্টেন-গান লম, বোমা লম···। অ’ তহঁতে ভাবিছ এইবোৰ আমাক কোনে দিব! ভয় নকৰিবি ;—সমীৰণ বৰুৱা আহি আছে। হি উইল লিড আছ টু হেভেন !”

প্ৰচণ্ড হাঁহি এটা মাৰিবলৈ লৈ দুল বৈ গ’ল। মজিয়াৰ ফালে মুখ কৰি সি বমি কৰিবলৈ ধৰিলে।

## ( পাঁচ )

কেৰাছিন তেলৰ চাকিটোৰ মুমূৰ্ষু পোহৰে বাৰাণ্ডাখন পোহৰাব পৰা নাই। চাকিটো হাতত লৈ বাৰাণ্ডাত বৈ থকা মানুহজনীৰ ক্ষীণ অৱয়ব সেই অনুজ্জ্বল পোহৰত আৰু শীৰ্ণ যেন লাগিছে। পদূলিৰ জপনাখন খুলি মানুহজন সোমাই আহিল। এটাও শব্দ নোকোৰাকৈ তেওঁ দুৱাৰডলি পাৰ হৈ সোমাই আহিল। চাকিটোৱে তেওঁক অনুসৰণ কৰিলে, তেওঁ বৈ নোযোৱা পৰ্যন্ত। মানুহজনে গাৰ চোলাটো খুলিলে, বিছনাৰ পিনে দলিয়ালে। খুব ক্লান্ত তেওঁৰ মুখ, চুলিবোৰ খেলি-মেলি হৈ পৰিছে। হতাশ ভংগীৰে তেওঁ গাটো বিচনাত এৰি দিলে।

"সি হেনো ঘূৰি আহিছে। এৰা সকলোৱে তাকে কৈছে!" লাহে-লাহে তেওঁ ক'লে।

চাকিৰ শিখাটো কঁপি উঠিল। মানুহজনৰ মুখৰ ওপৰৰ ছাটো লৰিল। "কিয় সি ঘূৰি আহিল?" মানুহজনে আকৌ ক'লে। যেন স্বগতোক্তিহে কৰিলে। "মইতো সি মৰি গৈছে বুলিয়েই ধৰি লৈছিলো। এই বুঢ়া বাপেক-টোক সি কাহানিবা এটা পাতি পইচাৰে সহায় কৰিব পাৰিলেনে? এতিয়া তিনিজনীকৈ তাৰ গাভৰু ভনীয়েকক বিয়া দিবলৈ আছে, সি ঘূৰি আহিলে সেইবোৰ সম্ভৱ হ'বগৈনে?' তেওঁৰ মাতটো অভিমান আৰু আৱেগেৰে আৰ্দ্ৰ হৈ পৰিল। "তাতকৈ···তাতকৈ সি মৰি নগ'ল কিয়? ইমানবোৰ জন্তু-জানোৱাৰ—গুলী-বোমা বাৰুদে তাক মাৰি পেলাব নোৱাৰিলেনে?"

মানুহজনীয়ে ৺চাকিটো খামুচি ধৰিলে। নীৰৱতা। তাৰ পাছত প্ৰথম-বাৰৰ বাবে তেওঁৰ ক্ষীণ দুৰ্বল মাত শুনা গ'ল,—"মই জানো, সি ঘূৰি আহিব।"

( ছয় )

বিৰাট সুদৃশ্য টেবুলখনত কেইবাখনো বাতৰি-কাতত, আলোচনী, এটা এছট্ৰে', ছিগাৰেটৰ বাহ, দুই প্লেট কাজু বাদাম, চৰবতৰ গ্লাছ। টেবুলখন আগুৰি পাঁচজন মানুহ বহি আছে।

"ফুকনদা, তেতিয়া হ'লেতো আপুনি সমীৰণ বৰুৱাক খুব ভালকৈ চিনি পাব লাগে।" স্বাস্থ্যবান মানুহজনে সাৱধানে সুধিলে।

"য়াহ, আই ন' হিম, আই ন' হিম।"—যাক প্ৰশ্নটো কৰা হৈছিল তেওঁ ভোৰ ভোৰালে। তেওঁ এজন বৃদ্ধ, ৰাজ্যখনৰ সবাতোকৈ প্ৰবীণ আৰু অভিজ্ঞ ৰাজ-নীতিবিদ। ছোফাখনত আউজি তেওঁ বহি আছে, চকুত ৰূপালী ফ্ৰেমৰ চচমা, চোলাটোত দুটা সোণৰ বুটাম জিলিকি আছে, কাষৰ টেবুলখনত আউজাই থোৱা আছে তেওঁৰ ৱাকিং ষ্টিকডাল। "তাৰ দেউতাক আছিল মোৰ বন্ধু। স্বাধীনতাৰ আগেয়ে আমি একেলগে জেলত আছিলো। স্বাধীনতাৰ পাছত, কিছু বছৰৰ পাছত মই যেতিয়া মন্ত্ৰী হ'লো, সেই মানুহটোৰ কি হ'ল, ক'লৈ ছিটিকি গ'ল মই নাজানিলো। খুব অভিমানী আছিল মানুহটো। প্ৰবল আত্ম-সম্মানবোধ আছিল। এৰা তেওঁ ৰাজনীতিৰ মানুহ নাছিল। বহুত বছৰ পাছত, গাঁও এখনত মিটিং কৰিবলৈ যাওঁতে তেওঁক মই লগ পাইছিলো। গাঁওখনৰ

স্কুলখনৰ তেওঁ হেডমাষ্টৰ। —“কি খবৰ ফুকন।”—এনেকৈ স্পষ্টভাৱে তেওঁ মোক সুধিছিল। লগত এটা সৰু ল’ৰা, চিনাকি কৰি দিছিল তেওঁৰ ল’ৰা বুলি - সমীৰণ বৰুৱা। সি নমস্কাৰ দিছিল, মোক খুৰা বুলি মাতিছিল, সেইদিনা আবেলিৰ চাহ মই সিহঁতৰ ঘৰতে খাইছিলো। য়াহ আই ন’ হিম ”

“দে’ন হোৱাই ডণ্ট ইউ” শ্ৰোতা কেইজনৰ এজনে সোৎসাহে সুধিলে,—“আপুনি আমাৰ দলৰ সপক্ষে তাক নকয় কিয়। তাক কওক বৰ্তমান চৰকাৰ-টোৰ বিপক্ষে যুঁজিবলৈ আমাৰ দলটোৰেই হ’ব তাৰ বে’ষ্ট প্লেটফৰ্ম।”

বুঢ়াৰ ওঁঠৰ কোণত এটা ক্ষীণ হাঁহি বিয়পি পৰিল।

“এৰা, আপুনি তাক লগ ধৰক। যেনেতেনে, যি কোনো প্ৰকাৰে। তাৰ সকলো খবৰ আমি আপোনাক গোটাই দিম। চাওক ফুকন দা, ৰাজ্যখনৰ ৰাজনীতিলৈ আমাৰ দলটোক ঘূৰাই অনাৰ ই এটা সুযোগ। এইটো হেৰুৱালে আমাৰ কোনো আশা নাই।”

“এৰা, মই সেইটো কৰিব পাৰোঁ। ইয়াৰ বাবে অলপ অভিনয়, অলপ ফাকিৰ দৰকাৰ হ’ব, কিন্তু মই সেইটো কৰিব পাৰোঁ।” বুঢ়াই ৰাকিং ষ্টিকডাল এনেয়ে হাতত ল’লে, পিটিকি চালে। “কাৰণ নিজেকে মই বহু দূৰত এৰি থৈ আহিছোঁ। এনে এক দূৰৰ পৃথিৱীত, য’ৰ পৰা আজি মই নিজৰ চিঞৰ নিজেই শুনা নাপাওঁ। মই আজি আৰু মোৰ খবৰ লোৱাৰ প্ৰয়োজন বোধ নকৰোঁ।”

“বুঢ়াই আজি কৰবাত অলপ বেছিকৈ ধৰি আহিছে।” শ্ৰোতাকেইজনৰ কোনোবা এজনে ফুচফুচাই ক’লে।

“মই কম। তাক লগ পালে তাৰ কান্ধত মই হাত থম, খুব সুন্দৰ অভিনয়েৰে, মাতত দৰদ আৰু সহানুভূতি সানি কম,—সমীৰ, তই ঘূৰি আহ; তই স্বাভাৱিক জীৱনলৈ ঘূৰি আহ। কি পাবি এনেকৈ? এইবোৰ পথতো আমাৰ এই পৰিবেশ, এই দেশৰ মানুহৰ বাবে নহয়। বাদ দে এইবোৰ। মোৰ লগত থাক। আমাৰ এই দলটোৰ সৈতে কাম কৰ, মানুহক কিবা দিয়াৰ চেষ্টা কৰ। তই আমাৰ লগত থাক সমীৰ। তইতো জানই তোৰ দেউতাৰৰ সৈতে মই কিমান দিনৰ পৰা ”

## ( সাত )

চাৰি আলিৰ ছিনেমা হলটোৰ ওচৰত সমীৰণ আহি ৰ’ল। হলটো নতুন, প্ৰকাণ্ড,—তাৰ গাৰ ৰং চিকমিকাই আছে। সমীৰণৰ মনত পৰিল, এই

ঠাইডোখৰত আগেয়ে কুশমাষ্টৰৰ ঘৰ আছিল। মানুহ ঘৰ কলৈ গ'ল? তাৰ ঠাইত কি ভীষণ ঔদ্ধত্যৰে ছিনেমা হলটো থিয় দি আছে!

মহানগৰীখনত আহি সোমোৱা তাৰ আজি দুদিন হৈছে। বহু বছৰ পাৰ হৈ গৈছে, চাৰিওপিনে বহুত সলনি হৈছে, ৰাস্তাত আৰু এতিয়া কোনো চিনাকি মুখ দেখা নাযায়, দেখা নাযায় কোনো মানুহৰ মুখত বন্ধুতা, সহানুভূতি বা আন্তৰিকতা। চাৰি আলিটোৰ এইটো কোণত এজোপা প্ৰকাণ্ড আহঁত গছ আছিল। এতিয়া গছজোপা নাই, সম্ভৱতঃ কাটি পেলোৱা হৈছে। কাঠফুলাৰ দৰে চাৰিওপিনে গজি উঠিছে দোকান পোহৰ অট্টালিকা; ৰাস্তাত দুইপাৰত চাৰিওপিনে শশ ব্যস্ত মানুহ, গাড়ী-মটৰো বাঢ়ি গৈছে হু-হুকৈ, দুৰ্বাদল শব্দৰে পাৰ হৈ যোৱা ট্ৰাক, ছিটি বাছবোৰৰ তীক্ষ্ণ হৰ্ণ আৰু হেণ্ডিমেনৰ পৰিত্ৰাহি চিঞৰত গোটেই পৰিবেশটো চৌচিৰ হৈ আছে।

লাহে লাহে সমীৰণ কাষৰ চাহ দোকানখনত সোমাল। পাতল ভিৰ ভিতৰত। চুকৰ টেবুল এখনত একাপ চাহ লৈ বহিল সি। দুৱাৰত তাৰ সতৰ্ক চকু। যোৱা দুৰাতি কোনো হোটেলত সি ৰাতি কটোৱা নাই। নিজৰ ঘৰতো বাদেই, কোনো বন্ধু বা সহকৰ্মীৰ ঘৰত আশ্ৰয় লবলৈও সি সাহস কৰা নাই। কাৰণ সি গম পাইছে, পুলিচে চহৰখনত তাৰ উপস্থিতি গম পাই গৈছে। চৌকিডিঙি আৰক্ষী চকীৰ নিশ্চিদ্ৰ পহৰাৰ মাজেৰে সি কোনোৰকমেহে সৰকি আহিছে। লামডিঙৰ ৰেল ষ্টেচনতো তাৰ কেইজনমান সন্দেহজনক মানুহ, যিবোৰ চোৰাংচোৱা বিভাগৰ হোৱাৰ সম্ভাৱনাই বেছি, চকুত পৰিছে, আৰু···। তীব্ৰ ছাইৰেনেৰে দুখন ফায়াৰ বিগ্ৰেডৰ গাড়ী ৰাস্তাৰে পাৰহৈ গ'ল। সি চমকি উঠিল, চাৰিওপিনে চালে।—নাই, সকলো নিস্পৃহ, গিলাছ কাপপ্লেটৰ টুং-টাং, মেনেজাৰৰ কৰ্কশ মাত, এটা টেপৰেৰ্কডাৰৰ পৰা ভাহি অহা হিন্দীগান,—এইবোৰ শব্দৰ মাজত সকলো ডুবি আছে। খালী কাপটো নমাই থলে সমীৰণে।

এৰা সি ঘুৰি আহিল। হাতত সি একো লৈ আহিব পৰা নাই। যিকেইটা টকা আছিল, সেইকেইটাও লাহে লাহে শেষ হৈ আহিছে। অলপ এমিউনিশ্বন পোৱা গৈছে যিখিনি অহা দুমাহৰ ভিতৰত এইখিনি পোৱাহি কথা,—যদিও গোটেই কথাবোৰ নিৰ্ভৰ কৰিছে মাথোঁ বিশ্বাসৰ ওপৰত। আৰু এতিয়া, বিশ্বাস বস্তুটোৰ ওপৰত সি ইমান নিৰ্ভৰ কৰাটো সঠিক হ'লনে নাই, তাৰ লাহে লাহে সন্দেহ হৈছে। কাৰণ ইয়াত সি দেখিছে, তাৰ সহকৰ্মীবোৰ বহু

দূৰলৈ ছিটিকি পৰিছে। —পিনাক মহন্তই এতিয়া এটা খুব ভাল চাকৰি কৰে : দ্বিপেন ফুকন এজন ডাঙৰ ঠিকাদাৰ : ৰমেন এম. এল. এ হৈছে ; আৰু পৰহি ৰাতি সি গৈ দেখিলে তাৰ এসময়ৰ অন্তৰংগ বন্ধু দ্বিজেনৰ ঘৰৰ সমুখত কোনোবা এজন মন্ত্ৰীৰ গাড়ী বৈ আছে··· । কি কৰিব এতিয়া সি? কাৰ ওচৰলৈ যাব ? আচ্ছন্নৰ দৰে সি ইফালে-সিফালে ঘূৰি ফুৰিলে।

ৰাস্তাৰে এটা বিয়াৰ শোভাযাত্ৰা, খুব সজ্জিত কেইখনমান গাড়ী, ফুলৰ মালা আৰু টিউব লাইটৰ শাৰী, ক্লেৰিঅ'নেট আৰু ড্ৰাম বজাই বজাই ভাৰাতীয়া বাদ্যযন্ত্ৰীৰ দল, দুজনমান চেঙেলীয়াই আত্মহাৰা হৈ নাচিছে, প্ৰচুৰ কোলাহল আৰু পোহৰ—ৰাস্তাৰে পাৰহৈ গৈছে। পাণদোকান এখনৰ সমুখৰ ডেকা ল'ৰা কেইটাৰ জুমটো পাৰ হৈ গ'ল সমীৰণ। ৰাস্তাৰে যোৱা কেইজনীমান ছোৱালীৰ প্ৰতি জুমটোৰ পৰা কিছু প্ৰায় অশ্লীল চিঞৰ আৰু ভংগী উৰি আহিছে।

টি. ভি দোকান এখনৰ সমুখত এটা ভিৰ, শ্ব'কেছৰ টি. ভি-ত এখন ক্ৰিকেট মেচ চলি আছে। ভিৰৰ পৰা কেইজনমান ক্ৰিকোটোৎসাহ ভাহি আহিছে। "আৰু এটা উইকেট পৰিল। ৰবি শাস্ত্ৰীয়ে খুব ভাল বলিং কৰিছে।"—উল্লাসেৰে কোনোবা এজনে ক'লে।

এইবোৰৰ মাজেৰে, সি, সমীৰণ বৰুৱা চহৰখনৰ মাজেৰে গৈ থাকে। খুব শ্ৰান্ত. নিঃস্ব, নৈৰাশ্য পীড়িত তাৰ মুখ। সি দেখে অদূৰৰ ছিনেমা হলত শ্ব' শেষ হৈছে, হিলদল ভাঙি জাক-জাক মানুহ ওলাই আহিছে। সমুখৰ দেৱালত ছিনেমাৰ বিৰাট ৰঙীণ প'ষ্টাৰ,—নায়িকাক ওপৰলৈ দাঙি নায়কৰ ভীষণ ৰোমান্টিক ভংগী, ছিগাৰেট - সংগীত সন্ধিয়া—জন্মনিৰোধকৰ প্ৰকাণ্ড প্ৰকাণ্ড বিজ্ঞাপন, ৰামলাল সেৱাদত্তৰ কাপোৰৰ দোকানৰ ওপৰত বিভিন্ন অন্তৰ্বাসৰ হ'ৰ্ডিং ;—প্ৰায় উলংগ পুৰুষ-নাৰীৰ বিৰাট ছবি। নিৰ্বিকাৰ উদাসীন মুখেৰে তাৰ তলেৰে চহৰৰ মানুহ পাৰ হৈ যায়। —হঠাৎ আৰ্ত্তনাদৰ দৰে শব্দত চমকি উঠে সমীৰণ, দেখে যুৱক-যুৱতীৰে ভৰ্তি দুখন বাছ—দুয়োখনেৰে পিঠিত লাউড-স্পিকাৰৰ হৰ্ন, য'ৰ পৰা তীক্ষ্ণ বিকট গলাৰ চিঞৰ উৰি আহিছে, হয়তো এটা পিকনিক পাৰ্টি— ।

পৰিশ্ৰান্ত খোজেৰে সি কোলাহলৰ পৰা আঁতৰি আহে। ছেলুনখনৰ সমুখত এটা বাদামৱালাই তাৰ পোহাৰ মেলি বৈ আছে। তাৰ ওচৰত ৰ'ল সি। দুটকাৰ বাদাম কিনিলে। ইফালে-সিফালে চালে, নাই-কোনেও তাক মন কৰা নাই। খুব সহজ ভংগীৰে সি ছেলুনখনৰ সমুখত বৈ এটা-দুটা বাদাম

গলিয়ালে। ৰাস্তাৰ পৰা মাজে-মাজে শব্দ, পোহৰ আৰু ধূলিৰ জাউৰী আহিছে। দূৰৰ বিজ্ঞাপনৰ হ'ৰ্ডিংত হেল'জেন লাইট এবাৰ জ্বলিছে এবাৰ নুমাইছে; ছেলুনৰ এখন আয়নাত দেখা গৈছে তাৰ মুখ —গালৰ ডাঢ়ি পৰিছন্নকৈ সি কাটি পেলাইছে, চুলি দীঘল হৈছে, চকুত এযোৰ চচমা, মুখখন সেয়ে খুব ক্ষীণ, দুৰ্বল যেন দেখা গৈছে; গালৰ হাড ওলাই পৰিছে, হয়তো ক্ষীণাইছে সি।…

তেন্তে, কাৰ বাবে সি ঘূৰি আহিল? কিহৰ কাৰণে সি দেশ-বিদেশৰ হাবি-বননি জন্তু-জানোৱাৰ নৃশংস মানুহৰ মাজত কটাই আহিল? কিয় সি পুৰিব লগা হ'ল যৌৱনৰ বহু ৰঙীণ সপোন? কাৰ কাৰণে? এই মানুহবোৰে, —সমীৰণে ভাবিলে, এই মানুহবোৰে কি একো বিচৰা নাই? সিটো ভাবিছিল, ট্ৰেন দুৰ্ঘটনাত বিপৰ্যস্ত কোনো ডবাৰ ভিতৰত যেনেকৈ যন্ত্ৰণাত চটফট কৰি মুহূৰ্ত গণে সকলোৱে, তেনে এক অস্থিৰতাৰ মাজত সকলো হৈ আছে। কিন্তু ক'তা, কোনোতো সাজু হৈ থকা নাই! কি সহজ সাৱলীল গতিৰে সকলো গৈ আছে। চাৰিওপিনে কি প্ৰাচুৰ্য, বৈভৱ আৰু উল্লাস। এইবোৰৰ মাজত তাৰ প্ৰয়োজন আছেনে? এতিয়া যদি সৌ চাৰিআলিটোৰ মাজত বৈ সি চিঞৰি উঠে—ময়েই সমীৰণ বৰুৱা বুলি, পুলিচৰ মানুহখিনিৰ বাদে কোনোবা তাৰ ওচৰলৈ আগবাঢ়ি আহিবনে?

"আপোনাক আৰু অলপ বাদাম দিম নেকি?"—বুঢ়া বাদামৱলাটোৱে সুধিলে। ঠেলাগাড়ীখনৰ ওপৰত জীন ষ্টভ এটা জ্বলিছে, কঁপা-কঁপা হাতেৰে তাত সি বাদাম সেকি আছে, সেকা বাদামৰ গোন্ধ বতাহত ভাঁহিছে, জুইৰ শিখাটো অলপ অলপকৈ কঁপি আছে, চাৰিওপিনৰ নিৰ্মল শীতলতা সেই শিখাৰ উত্তাপে খেদি পঠাব পৰা নাই।

বুঢ়া বাদামৱালাটোৰ পৰা সমীৰণে এমুঠি বাদাম ল'লে।

"আজি বিক্ৰি কেনেকুৱা হৈছে?" সি এনেয়ে সুধিলে।

সোলা মুখখনেৰে বুঢ়াই হাঁহিলে, "—চলি গৈছে, সদায় চলি যায় এনেকৈয়ে।"

এটা-এটাকৈ বাদাম ভাঙি বিভ্ৰান্তৰ দৰে সমীৰণ বৈ থাকে। সি কি ঘূৰি যাব য'ৰ পৰা আহিছিল তালৈ? নতুবা তাৰ মাকৰ ওচৰলৈ? নহ'লে সি গতাই দিব নেকি নিজকে পুলিচৰ হাতত? বা সি গুচি যাব নেকি বহু দূৰৰ কোনো চহৰলৈ, আৰম্ভ কৰিব এক নতুন, স্বাভাৱিক, নিৰাপদ জীৱন?

লাহে লাহে সি আগবাঢ়ি যায়। মহানগৰ তেতিয়াও উদ্দাম আৱেগেৰে চঞ্চল। শব্দৰ আৱৰ্তত চাৰিওদিশ ভাসমান, চাৰিওপিনে বিজ্ঞাপনৰ ভৌতিক ভাস্বৰতা, হেল'জেন ষ্ট্ৰীট-লাইটবোৰে অবিৰাম বিচ্ছুৰণ কৰিছে হালধীয়া পোহৰ।

শেষ বাদামটো হাতত লৈ বাদাম বান্ধি দিয়া কাগজখন মোহাৰি পেলাবলৈ লৈ সমীৰণ ৰৈ গ'ল। কাগজখনত, বাতৰিকাগজৰ সেই টুকুৰাটোত স্পষ্ট এশ'ৰী ছঁপা আখৰ, এটা নিউজ হে'ডলাইন—সমীৰণ বৰুৱা আহি আছে।···

ভিতৰি-ভিতৰি সি কঁপি উঠিল। বিব্ৰত ভংগীৰে কাগজৰ টুকুৰাটো ধৰি কেইটামান মুহূৰ্ত সি ৰৈ থাকে। মহানগৰীৰ ৰাস্তাৰে বৈ গৈছে অগণন গাড়ী মটৰ-মানুহ। ৰাস্তাত বিয়পি পৰিছে হাঁহি-চিৎকাৰ-গান। বৰ্ণময় পোছাক পিন্ধি পাৰ হৈ গৈছে কেইজনীমান যুৱতী, কেইগৰাকীমান ভদ্ৰমহিলা, এজাক সৰু-সৰু ল'ৰা-ছোৱালী। পাণ দোকানখনৰ সমুখৰ আড্ডাটো ভাগিছে; ডেকা ল'ৰাৰ জাকটো ৰাস্তালৈ নামিছে, মন্থৰ খোজেৰে কেইজনমান বৃদ্ধ ফুটপাথেৰে আহি আছে।···

হাতৰ কাগজৰ টুকুৰাটো সি এৰি দিলে।

সমীৰণ বৰুৱা আহি আছে—এজাক শুকান বতাহত উৰি-উৰি সেই অমোঘ সংবাদ মহানগীৰ ব্যস্ত মানুহৰ মাজত মিলি যায়।

(প্ৰান্তিক, ১৯৮৮)

# গুহা

'On Man, on Nature, and on Human life, Musing in solitude'.

টেবুলৰ ওপৰৰ কিতাপবোৰ যতনাই থওঁতেই প্ৰকাণ্ড এখন কিতাপৰ মাজৰ পৰা চাবিপাত ট্ৰিংকৈ মজিয়াত সৰি পৰিল। পুৰণা মলিয়ন বৃহদাকাৰ এপাত চাবি। এক মুহূৰ্তৰ ভিতৰতে বৰুৱানীয়ে চাবিপাত চিনি পালে। হয় বৰুৱাৰ সেই আলমাৰীটোৰ চাবিপাতেই হয়। টেবুল আৰু আলমাৰীটোৰ মাজৰ বেৰখনৰ গজাল এটাত তেওঁ চাবিপাত ওলোমাই থলে।

শুভ্ৰ বাৰাণ্ডাৰে তেওঁ আগবাঢ়ি গ'ল। আবেলি হৈছে। বাৰাণ্ডাত এছেৰেঙা আবেলিৰ ৰ'দ। মধুৰি আম জোপাৰ ডাল এটা বাৰান্দাখনৰ পিনে নামি আহিছে; পাতল বতাহত তাৰে পাতবোৰ জিৰজিৰকৈ কঁপিছে। "চাবিপাত পালো অ' কণ।"

বাৰাণ্ডাৰ আনটো মূৰত কণ, খুব মনোযোগেৰে সি অলপ আগেয়ে হকাৰে দি যোৱা কলিকতীয়া বাতৰি কাকত এখনত চকু ফুৰাই আছিল,—"চাবি? কিহৰ চাবি?"

"সেই যে দেউতাৰৰ কমৰ পুৰণা আলমাৰীটোৰ! সিদিনা যে তই নে বাপে সুধিছিলি, আলমাৰীটোৰ ভিতৰতনো কি আছে? কোনো দিন দেউতাৰে সেইটো খোলা তইঁতে নেদেখিলি। চাবিটোও ক'ত আছে নাজান কোনেও।"

"অ' সেইটো চাবি!" কণে কাকতখনৰ পাত এটা লুটিয়ালে, সেইকণ সময় সি মাকৰ পিনে চালে,—"হেৰি কৰা, আলমাৰীটোত যদি বিশেষ একো নাই, পিলিকক কোৱা আজৰাই পেলাবলৈ। কিবা দৰকাৰী কাগজ-পাতি বস্তু-বাহানি আছে নেকি তুমি এবাৰ চায়েই দিয়া।"

বাৰান্দাৰ এমূৰৰ ৰচি এডালত ওলোমাই থোৱা কাপোৰ এখন বতাহত উৰি যাব খুজিছে। বৰুৱানী লাহে-লাহে সেইপিনে আগবাঢ়ি গ'ল।

"নহলে—" তেওঁ আকৌ কণৰ মাত শুনা পালে। "নহলে থাকক দিয়া মা? ইমান পুৰণি, আভজা আলমাৰীটো একো কামতো নাহিব। যিহে গধুৰ চাগে—ভালে ঠাইলৈ নিয়াও অসম্ভৱ হ'ব। থাকক দিয়া যেনেকৈ আছে তেনেকৈয়ে, য'তে আছে ত'তে।"

কাপোৰখন সামৰি বৰুৱানী ভিতৰ সোমাই গ'ল। প্ৰকাণ্ড নিৰ্জন ঘৰ, কোঠাটোৰ মাজত বগা চাদৰেৰে ঢকা বিৰাট বিছনাখন। বিছনাখনৰ কাষত আৰামী চকী এখন—যিখনত বহি বৰুৱাই সদায় ৰাতিপুৱা দিনটোৰ বাতৰি কাকতবোৰ চাইছিল। চকীখন শূন্য—এতিয়া তাত মাথোঁ বৰুৱাৰ মূৰৰ তেল-চিকটিৰ এটা স্পষ্ট গোল দাগ দেখা গৈছে। খিৰিকি এখনেৰে কাষৰ বৰুৱাৰ পঢ়া কোঠাটো দেখা গৈছে, দেখা গৈছে পুৰণি দেৱাল ঘড়িটো, বন্ধোৱা কিতাপবোৰ, মলিন পেডেষ্টেল ফেনখন, তলাবন্ধ বিৰাট আলমাৰীটো···। বৰুৱানীয়ে চকু ঘুৰাই আনিলে। তেওঁ বিছনাখনত বহিল। অনুভৱ কৰিলে নিঃসংগতা। রুমটোৰ এমূৰত, বহাকোঠাৰ দুৱাৰখনৰ ওচৰৰ মজিয়াত পুতলা এটা আলাই-আথানি হৈ পৰি আছে। বাপৰ সৰু ছোৱালী-জনীয়ে সেইটো ভুলতে এৰি থৈ গ'ল। এতিয়া হাত দুখন মেলি এক হাহাকাৰ ভংগীৰে সি পৰি আছে, চুলিবোৰ থেলিমেলি হৈ পৰিছে দুকাষে, গাৰ কাপোৰ-কানি অবিন্যস্ত। দুৱাৰখনৰ ওচৰলৈ আহি সংগীহীন পুতলাটো তুলি থওঁ বুলি চাপোঁতেই বৰুৱানী চমকি উঠিল।

বহাকোঠাত বৰুৱা থিয় দি আছে। ফ্ৰেমৰ মাজত। মুখত হাঁহিৰ আভাস, চুলিবোৰ পৰিচ্ছন্নকৈ ফণিওৱা, পৰিপাটি ধুতি-পাঞ্জাবী, সোঁহাতখন কিবা এটাৰ ওপৰত তুলি থোৱা (হয়তো আৰামীচকীখনৰ ওপৰত)। ইমান জীৱন্ত আৰু সজীৱ যে এইকেইদিন তাকে দেখি বৰুৱানী চমকি উঠিছে বাৰে বাৰে।

অৱশ্যে পাছ মুহূৰ্ততে বৰুৱানীৰ সেই চমকটো ভাগি যায়। কাৰণ ভালকৈ লক্ষ্য কৰিলে দেখা যায়,—ছবিখনত কিছুমান ভুলো আছে। পাঞ্জাবীটোৰ বুটাম কেইটাত চিত্ৰশিল্পীজনে সোণালী ৰং দিছে; কিন্তু বৰুৱানীয়ে জানে যে বৰুৱাই সোণালী ৰঙৰ বুটাম পছন্দ নকৰে। তেওঁৰ ডিঙিৰ ওচৰত অকণমান কটা দাগ এটা আছিল,—সেইটো ছবিখনত নাই। আৰু শিল্পীজনে অঁকাৰ দৰে বৰুৱাৰ সোঁহাতৰ তৰ্জনীটো ইমান সম্পূৰ্ণ আৰু নিখুঁত নহয়, কিছু বিকৃত। আকোঁতাজনৰ বাবে হয়তো এইবোৰ খুটিনাটি ইমান গুৰুত্বপূৰ্ণ নহয়, কিন্তু বৰুৱানীৰ বাবে এইবোৰ দৃষ্টিকটু। আচলতে সুদীৰ্ঘ পঞ্চাছ বছৰৰ অন্তৰংগ দাম্পত্য জীৱনৰ পাছত বৰুৱাৰ প্ৰতিটো খুটিনাটি ভংগী আৰু বৈশিষ্ট্য বৰুৱানীৰ এনেভাৱে মুখস্থ যে মাথোঁ তেৱেঁই বৰুৱাৰ এখন সম্পূৰ্ণ ছবি আঁকিব পাৰে।··· গভীৰ শূন্যতা, নিৰ্বেদ আৰু দুখবোধৰ মাজতো বৰুৱানীয়ে এক গৌৰৱবোধ কৰিলে। এৰা, তেওঁৰ বাহিৰে কোনেও বৰুৱাক ইমান ভালকৈ চিনি নাপালে;

কিন্তু বহুতো মানুহ বহুতো চৰিত্ৰইটো বৰুৱাৰ ওচৰলৈ আহিছিল। হয়তো বৰুৱানীৰ বাবে ই এক সন্তুষ্টি প্ৰাপ্তি। বিগত পঞ্চাছটা বছৰ ধৰি তেওঁ লাভ কৰিছিল এজন মানুহক সম্পূৰ্ণভাৱে, লাভ কৰিছিল তেওঁৰ প্ৰেম আৰু বিশ্বাস।

আগফালৰ বাৰাণ্ডালৈ এজন মানুহ খটখটীয়েদি উঠি আহিছে। লাহে-লাহে বৰুৱানী দুৱাৰৰ পিনে আগবাঢ়ি গ'ল। হয়তো দূৰৰ কোনো এজন শুভাকাংক্ষী, বৰুৱাৰ মৃত্যুৰ বাতৰি পলমকৈ পাই সমবেদনা জনাবলৈ আহিছে। আকৌ এবাৰ যন্ত্ৰবৎ বৰুৱানীয়ে ঘটনাটো জনাব লাগিব,...একোৱেই নাছিল, সদায়ে খোৱাৰ দৰে ভাত-পানী খাই শুই পৰিছিল। .. শেহৰাতি বুকুৰ ওচৰত বিষ...লগে-লগেই ডাক্তৰ সিংহা আছিল। ...চাৰি বজাত সকলো শেষ। ( এইখিনিতে বৰুৱানী ৰব, মানুহজনে খুব দুঃখীহঁতৰ দৰে সমুখৰ অয়ল পেইণ্টিংখনৰ পিনে চাই ৰব। )...ল'ৰা দুটা পাছদিনা আগবেলাতে পালেহি সকটো আছেই, এতিয়াও বাপ, মানে ডাঙৰটোৱে অহাযোৱা কৰি আছে।"

দুদিনমানৰ পাছৰ অলস এটা দুপৰীয়া, বাৰাণ্ডাৰ ৰেলিঙত ভেজা দি বৰুৱানী বৈ থাকে। কণ ৰাতিপুৱা গৈছে। গোটেই ঘৰটোত সাৰ-সিকতি নাই। বাৰাণ্ডাত মন উদাস কৰা দুপৰীয়াৰ ৰ'দ। দেৱদাৰুগছ কেইজোপাৰ পিনৰ পৰা পাতল বতাহ বৈ আহিছে। বাৰান্দাৰ কাপোৰবোৰ বতাহত উৰিছে। বননিখনত দুই-এটা সৰাপাতে নাচিবাগি আছে। কৰদৈ পুলিটোৰ সৰু কুমলীয়া ডালবোৰ বতাহৰপিনে দোঁ খাই পৰিছে... ' এবা, তেওঁ ভাবিলে, মানুহজনে মৃত্যুৰ কথা ভবা নাছিল। হেৰা,—বৰুৱাই কৈছিল, — তিনিবছৰ মান পাছত এই কৰদৈ জোপাতে ফল ধৰিবহে, মই আৰু বজাৰৰ কৰদৈ খাব লগা নহ'ব, চাই থাকা। বা কেইবছৰৰ পাছত অমিয়ে ( বাপৰ ছোৱালীজনীয়ে ) মেট্ৰিক দিবহে ? তাইক ইয়াৰ কলেজ এখনতে এডমিশ্যন দিয়াই দিম দিয়া : আমাৰো লগ এটা হ'ব। - নাভাবো নাভাবো বুলিও এইবোৰ কথা বৰুৱানীৰ মনলৈ আহিল। পুৰণা এলবামৰ ফটো চোৱাৰ দৰে এনে বহু ছবি আৰু শব্দ তেওঁ বিস্মৃতিৰ অতলৰ পৰা তুলি আনিলে।

ক্লিং—! কিবা এটা শব্দ শুনি বৰুৱানীয়ে চমকি উঠি দেখিলে গেটখন খুলি পিলিক ওলাই গৈছে। বাৰাণ্ডাৰ পৰা তেওঁ আঁতৰি আহিল। দুৱাৰৰ পৰ্দাখন সম্পূৰ্ণকৈ টানি ভিতৰ সোমাল, বিছনাচাদৰখনৰ চুক এটা কোঁচ খাই আছিল, এনেয়ে সেইকণ তেওঁ ঠিক কৰি থলে। বতাহত খিৰিকিৰ অৰ্ধস্বচ্ছ পৰ্দাখন উৰিছে। খিৰিকিখন বন্ধ কৰি দিব নেকি তেওঁ ভাবিলে। ঠিক তেনেকুৱাতে

চাবিপাতৰ কথা তেওঁৰ মনলৈ আহিল। বৰুৱাৰ পঢ়াকোঠালৈ আহি চাবিপাত হাতত ল'লে তেওঁ। —শীতল গধুৰ কঠিন এটুকুৰা ধাতু। আৰু তেওঁ দেখিলে কোঠাটোৰ এটা চুকত খুব দাম্ভিকতাৰে প্ৰকাণ্ড, আলমাৰীটো থিয় দি আছে : পুৰণি, মজবুতকৈ কাঠেৰে তৈয়াৰী, আনকি পাত কেইখনো সম্পূৰ্ণ কাঠৰ . ৰিং দুভালত ওলমি আছে বিৰাট বিশ্বস্ত তলা এটা।

চাবিপাত তলাটোত সুমুৱাবলৈ লওঁতে অপৰাধবোধৰ দৰে কিবা এটাই বৰুৱানীক গচকি গ'ল। নাই নাই, এইটোনো কি কথা। সাধাৰণ সহজ কৌতূহলেৰে বৰুৱানীয়ে তেওঁৰ স্বামীকতো কেইবাদিনো সুধিছে,—কি আছেনো এই আলমাৰীটোত? "পুৰণি কিতাপ কিছুমান।"—বৰুৱাই কৈছিল। "আৰু সেই অফিচৰ এনেকুৱা কিছুমান কাগজ-পত্ৰ যিবোৰ পেলায়ো দিব নোৱাৰি আৰু ঘূৰায়ো পঠাব নোৱাৰি।"

চাবিপাত ঘূৰাই তলাটো খুলিলে বৰুৱানীয়ে। তেওঁ ভাবিছিল যে আলমাৰীটোৰ কাঠৰ গধুৰ পাত দুখনে তীক্ষ্ণ এটা কেঁকৰ্নিৰ দৰে শব্দ কৰিব, কিন্তু বাস্তৱত একো নঘটিল। খুব নিঃশব্দতাৰে আলমাৰীটো খোলখাই গ'ল।

ওপৰৰ থাপটোতে কেইটামান ছিগাৰেটৰ পেকেট। বৰুৱাই সাধাৰণতে ছিগাৰেট নোহোপে। কেতিয়াবা মন গ'লে ঠাণ্ডা লাগিছে বা পেটটো ভাল নহয় বুলি অজুহাত দেখুৱাই পিলিকৰ হতুৱাই এটা বা দুটা কিনি অনাই খুব আমেজেৰে টান মাৰে। কিন্তু আলমাৰীৰ ভিতৰত ছিগাৰেটৰ সম্পূৰ্ণ পেকেট? —বৰুৱানীয়ে কথাটোত আমোদ পালে। দুটামান নতুন, খোলাই হোৱা নাই। এটা পেকেটত তিনিটা আছে,—ধূমপায়ীজনৰ প্ৰতীক্ষাত। সেই থাপতে বৰুৱানীয়ে গীতা এখন পালে। তাৰ পাতকেইটামানত ভাজদি আধাপঢ়া থিনিলৈকে চিন দি থোৱা আছে। বৰুৱাই কেতিয়াবা খুব অস্পষ্টকৈ সংস্কৃত শ্লোক একোটা গুণগুণাই থাকে। ক'ৰ শ্লোকনো সেইবোৰ বৰুৱানীয়ে ধৰিব পৰা নাছিল। এতিয়া তেওঁ বুজি পালে—বৰুৱাই গীতাখন পঢ়িছিল নিয়মীয়াকৈ। পাঁচজন মানুহৰ এখন গ্ৰুপফটো, জীৰ্ণ এটা ফ্ৰেম'ত বন্ধা। ফটোখন পুৰণি বিবৰ্ণ। মানুহকেইজনৰ মুখবোৰ ইমান অস্পষ্ট আৰু অচিনাকি যে বিভিন্ন কোণৰ পৰা চায়ো বৰুৱানীয়ে তেওঁলোকৰ পৰিচয় উলিয়াব নোৱাৰিলে।

পিলিকক মাতি আনি তেওঁ এইবোৰ পৰিষ্কাৰ কৰাই যাব নেকি?—বৰুৱানীয়ে ভাবিলে। অঃ, সি আকৌ গেট খুলি ওলাই গ'ল নহয় কৰবালৈ।

ফেনখনৰ ছুইচটো দি ললে তেওঁ। চকী এখন টানি আনি তেওঁ খোলা আলমাৰীটো সমুখত লৈ বহিল।

এজাপ কাগজ বৰুৱানীৰ হাতলৈ আহিল। বৰুৱাই কোৱা অফিচৰ কাগজ পত্ৰ নেকি এইবোৰ? এখন এখনকৈ কাগজবোৰ মেলি চাই বৰুৱানী চমৎকৃত হৈ গ'ল। সম্পূৰ্ণ অৰ্থহীন কিছুমান আঁক বাঁক আৰু ছবিৰে ভৰা গোটেই কাগজবোৰ! যেন এটা শিশুক খোলা কলম আৰু উকাকাগজ এখন দি ছবি আঁকিবলৈহে দিয়া হৈছিল! মাত্ৰ বৰুৱাৰ বহীবোৰ দেখিহে বৰুৱানীয়ে ধৰিব পাৰিলে এই আঁক-বাঁকবোৰ বৰুৱায়েই কৰা। কিন্তু কি দুৰ্বোধ্য আৰু হাস্যকৰ গোটেই কাৰবাৰটো!

দ্বিতীয় থাপৰ খেলিমেলি কাগজ-পত্ৰৰ মাজত বৰুৱানীয়ে এখন সুদৃশ্য কিতাপ বিচাৰি পালে—দী আৰ্ট অৱ বক্সিং! নতুন, যোৱা বছৰহে প্ৰকাশ হৈছে কিতাপখন। কিন্তু এই কিতাপখন বৰুৱাৰ আলমাৰীত। কিতাপখনৰ গৰাকী বৰুৱা হয়তো? কিতাপখনৰ দ্বিতীয় পৃষ্ঠাত পৰিষ্কাৰভাৱে লিখা বৰুৱাৰ নামটো দেখিও বৰুৱানীৰ মনে যেন বিশ্বাস কৰিব নুখুজিলে। ক'ত সেই মানুহজন আৰু ক'ত বক্সিং। অকণমান লুটিয়াই-বগৰাই চাই আগৰ ঠাইতে কিতাপখন তেওঁ থৈ দিলে।

হয়তো, বৰুৱানীয়ে ভাবিলে, তেওঁৰ স্বামীয়ে এনে অলাগতিয়াল অপ্ৰয়োজনীয় বস্তুবোৰ ৰাখিবলৈহে এই আলমাৰীটো ব্যৱহাৰ কৰিছিল। কাৰণ এটা থাপত তেওঁ আৱিষ্কাৰ কৰিলে এজাপ লটাৰি টিকেট,—য'ত প্ৰকাণ্ড আখৰেৰে লাখ কোটি টকাৰ পুৰস্কাৰ ঘোষণা কৰা আছে। হয়তো কোনো দুৰ্বল মুহূৰ্তত বৰুৱাই এইবোৰ কিনি পেলাইছিল; কিন্তু বৰুৱানীয়ে জানে তেওঁ সঁচাকৈয়ে খুব প্ৰেকটিকেল মানুহ আছিল। মাজে-মাজে লটাৰি টিকেট কিনাৰ অৰ্থহীনতা সম্পৰ্কে বৰুৱাৰ দৃঢ় যুক্তি শুনাও বৰুৱানীৰ মনত পৰিল।

এবাৰ ঘৰখনত খুব এন্দুৰ নিগনিৰ উৎপাত হৈছিল। বনকৰা ল'ৰা পিলিকে ক'ৰ পৰা জানো বিহৰ বটল এটা গোটাই আনিছিল। এন্দুৰ-নিগনি মৰি শেষ হ'ল, বটলটোৰ কথাও বৰুৱানীয়ে পাহৰিছিল। সেই মাৰাত্মক বিহৰ বটলটো এতিয়া এই আলমাৰীটোৰ থাপত বৰুৱানীয়ে থিয় হৈ থকা দেখিলে। বটলটোৰ আধাহে খৰচ হৈছে এই পৰ্যন্ত।

এৰা, এইবোৰ বৰ বিপজ্জনক বস্তু। বৰুৱা আছিল খুব সাৱধানী মানুহ, দূৰদৰ্শী। বটলটো ইমান সাৱধানেৰে সামৰি থৈ তেওঁ নিশ্চয় খুব ভাল কামেই

কৰিছিল। এইবোৰ গুণেই জীৱনৰ প্ৰতিটো খোজতে তেওঁক সফলতা দিছিল। বাজ্যখনৰ বিখ্যাত শিক্ষানুষ্ঠান এটাৰ তেওঁ আছিল এজন সফল অধ্যক্ষ। ক্ষমতা আৰু সমৃদ্ধিৰ বাবেই নহয়, তেওঁৰ সুচৰিত্ৰ আৰু পৰিচ্ছন্নতাৰ বাবেও মানুহৰ মূৰ তেওঁৰ সমুখত শ্ৰদ্ধা অৱনত হৈ পৰিছিল।

আলমাৰীটোৰ তলৰ খাপকেইটা বাকচৰ দৰে। তাৰে এটা খাপ খুলি লৈ ভিতৰলৈ বৰুৱানীয়ে তেওঁৰ কৌতুহলী হাত ভৰাই দিলে। যিটো বস্তু উলিয়াই আনিলে সি সঁচাকৈয়ে অপ্ৰত্যাশিত। এটা পুতলা। বৰুৱানীয়ে লগে-লগে চিনি পালে,—পুতলাটো বাপৰ সৰু ছোৱালীজনীৰ। কেইমাহমানৰ আগেয়ে এবাৰ সিহঁত আহোঁতে ছোৱালীজনীৰ পুতলাটো হেৰাল। পুতলাটো আছিল তাইৰ খুব মৰমৰ। সেইটো বিচাৰি নাপাই তাই ইমান কান্দিছিল! সেইদিনা বৰুৱা আছিল ইমান নিৰ্বিকাৰ! আনকি এবাৰ তেওঁ ক'লে,—ওচৰৰ কাৰোবাৰ ঘৰত খেলিবলৈ গৈ এৰি আহিলে চাগে পুতলাটো! অথচ সেই পুতলাটো আজি বৰুৱাৰ আলমাৰীত ওলাল কেনেকৈ? তেওঁ পাছত সেইটো বিচাৰি পাইছিল নে কি? কিন্তু তাৰ পাছতোতো বাপহঁত কেইবাৰো আহিছিল; বৰুৱাই পুতলাটো ঘূৰাই দিবওতো পাৰিলেহেঁতেন! বা বৰুৱানীৰ আগতো পুতলাটো বিচাৰি পোৱাৰ কথা উল্লেখ কৰিব পাৰিলেহেঁতেন। বৰুৱানী কিছু আচৰিতেই হ'ল! বৰুৱাৰ মনৰ এই ৰহস্য তেওঁ বুজি উঠিব নোৱাৰিলে।

হঠাৎ আঙুলিত এটা ধাতৱ শীতল স্পৰ্শ অনুভৱ কৰি তেওঁ এইবাৰ কিবা এটা খামুচি বাহিৰলৈ উলিয়াই আনিলে—এটা ৰিভলভাৰ। পুৰণি, অ'ল্ড ফেশ্বনড্,—। কিন্তু দেখিলেই ধৰিব পাৰি খুব যত্নেৰে ৰক্ষিত; নলীডাল পৰিষ্কাৰ, ঘোঁৰাটো চিকমিকাই আছে। হাতেৰে স্পৰ্শ কৰিও ৰিভলভাৰটোৰ উপস্থিতি তেওঁ যেন বিশ্বাস কৰিব নোৱাৰিলে। ইমান ভয়াবহ, ইমান অবাংক্ষেয় এটা বস্তু! কেতিয়া কিয় এইটো আহি বৰুৱাৰ আলমাৰীত সোমাল? জীৱনৰ ঠিক কোন মুহূৰ্তত বৰুৱাৰ এইটোৰ প্ৰয়োজন হৈছিল?

এখন অজান ৰহস্যময় জগতৰ মাজলৈ নামি যায় বৰুৱানী। হাতেৰে খেপিয়াই-খেপিয়াই তেওঁ খাপটোৰ ভিতৰৰ বস্তুবোৰ স্পৰ্শ কৰে। কোনোটো শীতল, কোনোটো উষ্ণ, কোমল, কোনোটো কঠিন। বিভিন্ন জ্যামিতিক আকাৰৰ বিভিন্ন সময়ৰ বিভিন্ন বস্তুৰ অস্তিত্ব তেওঁ অনুভৱ কৰে বা অনুভৱ কৰাৰ চেষ্টা কৰে।

এবাৰ ডায়েৰিৰ দৰে কিবা এখন হাততলৈ বৰুৱানীয়ে তাৰ পাতবোৰ এখন-দুখনকৈ লুটিয়াই গ'ল। বৰুৱাই তাত দিনলিপি লিখা নাই; কিন্তু সৰু-সৰু বাক্যাংশৰে বহীখন ভৰা। —মাজে মাজে মই অনুভৱ কৰোঁ,—বৰুৱানীয়ে পঢ়ি গ'ল, নিজকে মই কৰবাত হেৰুৱাই আহিছো। ঠিক ক'ত কেতিয়া নাজানো, কিন্তু যেতিয়া নির্জনতাত থিয় দিওঁ, তেতিয়া মোৰ এই হীনতা প্রকট হৈ উঠে। ···বহুদিন ধৰি এক বুজিব নোৱৰা অসুখত মই চটফটাই আছোঁ। এনেকুৱা সময়ত মৃত্যুক খুব অন্তৰংগ বন্ধু যেন বোধ হয়। বোধ হয় কি অনায়াস উদাসীনতাৰে আঁতৰি আহিব পাৰোঁ এই আত্মীয় স্বজন, ঘৰ-চহৰ, গছ-লতা, নদী-পাহাৰৰ পৰা!

···বৰুৱানীয়ে ডায়েৰিখন জপাই থব খুজিলে। এক ধৰণৰ বিষণ্ণতা তেওঁৰ মনলৈ নামি আহিল এই ভাবি যে প্রায় দুশ পৃষ্ঠাৰ বহীখনত তেওঁৰ বিষয়ে এষাৰ কথাও নাই। নাই আনকি বাপকণহঁতৰ বিষয়েও। খাপটোৰ ভিতৰলৈ দলিয়াই থবলৈ লওঁতেই ডায়েৰীখনৰ মাজৰপৰা এজাপ চিঠি সৰি পৰিল।

চিঠিবোৰ আধা-লিখা আৰু তাত কোনো সম্বোধন নাই। হয়তো বৰুৱাই চিঠিবোৰ কালৈকো পঠোৱাৰ কথা ভবা নাছিল, বা হয়তো তেওঁ চিঠিবোৰ সম্পূর্ণ কৰাৰ সময়েই নাপালে।—বহু দিন তইঁতৰ কোনো খবৰ বাতৰি নাপাওঁ। —বৰুৱানীয়ে আগ্রহে পঢ়ি গ'ল। ক'ত বা আছ তইঁত? কৰিছ বা কি? সেই যে তইঁতৰ মতে মই এৰি আহিছিলো, সেউজীয়া-সোণালী ধানৰ পথাৰ, দুপৰীয়াৰ নিজান নদী গধূলিৰ মায়াময় গাঁও, বিৰাট নীলা উন্মুক্ত আকাশ,— সেইবোৰ এতিয়াও একেদৰেই আছেনে? তইঁতে বুজি পাবিনে সেইবোৰ হেৰুওৱাৰ কাৰণে মোলৈ কেনেকুৱা ভয়াবহ দৈন্য আহিছে? তই জান যে মই এইবোৰ বিচৰা নাছিলো; এই যে প্রকাণ্ড ঘৰ, দুই-এখন দামী গাড়ী, এটা সচ্ছল চাকৰি, এজনী সুন্দৰী পত্নী,—মোৰ স্বপ্ন আছিল এইবোৰৰ পৰা বহুদূৰৰ কৰবাত। হয়তো তয়েই মোৰ এই চৰম ট্রেজেডি উপলব্ধি কৰিবি,—যে এইবোৰকে লৈ মই গোটেই জীৱনটো এজন সুখী মানুহৰ ভাওত অভিনয় কৰি যাব লাগিব—। তই যেতিয়াই মাত, মই তেতিয়াই তোৰ ওচৰলৈ উভতি যাম। বহু পাহাৰ-পর্বত, ঘৰ-প্রাচীৰৰ বাধা ভাঙি তোৰ সেই মাত মই শুনা পাম। কি আকুল আশাৰে মই সেই ভৱিতব্যৰ বাবে ৰৈ আছোঁ!

খুব আপোন, মনৰ খুব ওচৰৰ কাৰোবালৈ লিখা চিঠিবোৰ। কিন্তু

বৰুৱানীয়ে বুজিলে, এই চিঠিবোৰ তেওঁলৈ লিখা হোৱা নাই। ভিতৰি-ভিতৰি তেওঁ সামান্য কঁপি উঠিল। খাপটো বন্ধ কৰিলে তেওঁ।

খিৰিকিৰ ফ্ৰেমৰ মাজলৈ বেলিটো নামি আহিছে। কোঠাটোৰ এটা কোণত দীঘলকৈ পৰিছে ছাঁ আৰু পোহৰৰ নক্সা। বৰুৱানীয়ে আন এটা খাপ খুলিলে।

খাপটোৰ আন্ধাৰ গৰ্ভৰ পৰা তেওঁৰ হাতলৈ আহিল এখন ফ'টো—এজনী যুৱতীৰ মুখ। খুব পুৰণি এখন ছবি, মলিন, মাজে-মাজে অ'ত-ত'ত ৰং এৰাই গৈছে, কিন্তু ধৰিব পাৰি খুব উজ্জ্বল আছিল ছোৱালীজনীৰ চকু; পুষ্ট ওঁঠৰ কোণত ম্লান হাঁহিৰ আভাস, উচ্ছল জলপ্ৰপাতৰ দৰে পিঠিলৈ নামি আহিছে ঘন ক'লা চুলি···। এক দৃষ্টিৰে বৰুৱানীয়ে ছবিখনলৈ চাই ৰ'ল। তাৰ পাছত শান্ত ভংগীৰে যথাস্থানত তেওঁ ফটোখন থৈ দিলে।

বৰুৱানীয়ে ভাবিলে তেওঁ আলমাৰীটো বন্ধ কৰি থব নেকি? তেওঁ যিখিনি জানিছে, বুজি পাইছে সেয়াই যথেষ্ট নহয়নে? তথাপি, খুব ভয়ে-ভয়ে পৰম সন্দেহ আৰু দুৰ্ভাৱনাৰে তেওঁ খাপটোৰ ভিতৰলৈ হাতখন ভৰাই দিলে। খেলিমেলি কিছুমান বস্তু; যেন এখন অৰণ্য; যেন এখন বিশৃংখল মহানগৰ! কঠিন আয়তাকৃতিৰ কিবা এটা তেওঁৰ আঙুলিত লাগিল। বাহিৰলৈ আনি বৰুৱানীয়ে দেখিলে সেইটো এটা সৰু ৰূপৰ টেমা। ইমান যতনে ইয়াৰ ভিতৰতনো কি সাঁচি থৈছে তেওঁৰ স্বামীয়ে? তেওঁৰ, কণৰ, বাপৰ বা অন্ততঃ নাতিনীজনীৰ এখন ছবি; হয়তো তেওঁলোকৰ বিয়াৰ এটা আঙঠি, বা জীৱনৰ কোনো মধুৰতম স্মৃতিৰ চিহ্ন? সাঁফৰখন টান; বেচ জোৰ দিয়াতো সি অলৰ হৈ আছে। উদ্বেগময় কৌতুহলেৰে বৰুৱানীয়ে সাঁফৰখন খোলাৰ চেষ্টা কৰে। তেওঁৰ হাত দুখন কঁপিছে—টাং—কৈ হঠাৎ খোল খাই গ'ল টেমাটো। থানবান হৈ চাৰিওপিনে সিঁচৰতি হৈ পৰিল অসংখ্য সোণালী বুটাম।

এবা সম্পূৰ্ণ অচিনাকি এটা চৰিত্ৰ আলমাৰীটোৰ ভিতৰৰ পৰা ওলাই আহিছে। এইজন তেওঁৰ স্বামী অবন বৰুৱা নহয়, আন এজন অবন বৰুৱা। একান্ত ব্যক্তিগত আৰু গোপন এইখন পৃথিৱীৰ বিভিন্ন সম্ভেদ তেওঁ বৰুৱানীক জানিবলৈ দিয়া নাছিল।

এক মুহূৰ্ত ৰ'ল বৰুৱানী। তেওঁ ভাবিলে, আকৌ তেওঁ আলমাৰীটোৰ ভিতৰলৈ হাত ভৰাবনে? আকৌ তেওঁ উলিয়াই আনিবনে সম্পূৰ্ণ অচিন

অজানা একোটা বস্তু ? কিন্তু ইতিমধ্যে সেই অন্ধকাৰ গহ্বৰৰ পৰা তেওঁৰ হাতে এটা এলবাম তুলি আনিলে।

বৰুৱানীয়ে এলবামটোৰ পাত লুটিয়ালে। বিস্ময়ত তেওঁ বৈ গ'ল। ঘৃণাত তেওঁৰ হাত কোঁচ খাই আহিল। সম্পূর্ণ উলংগ কিছুমান পুৰুষ নাৰীৰ ছবিৰে এলবামটো ভৰা। নির্লজ্জভাৱে প্রদর্শন কৰা হৈছে যৌনক্রিয়াৰ বিবিধ কুৎসিত অশ্লীল ভংগী।

কি বীভৎস! তেওঁ আৱিষ্কাৰ কৰিলে এইবোৰ পুৰণি নহয়, নতুন; আৰু প্রায়ে ইয়াৰ পাত লুটিওৱা হৈছে। খাপটোৰ আন্ধাৰ গভলৈ তেওঁ কিতাপখন দলিয়াই দিলে। বৰুৱানীয়ে মন কৰিলে তেওঁৰ হাতখন কঁপিছে। থাকক— হ'ব। মনৰ গোপন অলিগলিত বৰুৱাই বা আৰু কি লুকুৱাই থৈছে তাৰ কি ঠিক ?

তথাপি পৰম দুর্ভাৱনা আৰু সন্দেহেৰে তেওঁ খাপটোৰ ভিতৰলৈ হাতখন মেলি দিলে। —সৰু এটুকুৰা কাগজ, কাগজ টুকুৰা তেওঁ পোহৰলৈ উলিয়াই আনিলে। হয়, কাগজ টুকুৰাত লিখা আখৰবোৰ তেওঁ চিনি পাইছে, সেই-কেইটা বৰুৱাৰ আখৰ, সামান্য কঁপা-কঁপা হাতেৰে তেওঁ লিখিছে,—এই মৃত্যুৰ বাবে মই নিজেই দায়ী।

সকলো সামৰি থলে বৰুৱানীয়ে। দুৰ্বল, অথিৰ-অবিৰ যেন লাগিল তেওঁৰ। প্রাণপণে হেঁচুকি তেওঁ খাপটো বন্ধ কৰিলে। থাকক,—কোনো দৰকাৰ নাই। এৰা, কি প্রয়োজন আছিল তেওঁৰ আন এজনৰ এই গোপন ক্রোধ মোহ আৰু লোভ হাততলৈ লিৰিকিবিদাৰি চোৱাৰ ?

প্রচণ্ড অভিমান আৰু ঘৃণাৰে তেওঁ আলমাৰীটোৰ পাত দুখন জপাব খুজিলে।

এক আর্তনাদত ঘৰটো কঁপি উঠিল। কি ভীষণ ভয়লগা শব্দেৰে আল-মাৰীটোৰ পাত দুখনে কেঁকাই উঠিছে। যেন এজন জীৱন্ত মানুহৰ মগজুতহে অস্ত্রোপচাৰ কৰা হৈছে। ভীত-সন্ত্রস্ত হৈ কঁপা কঁপা হাতেৰে দুৱাৰমানৰ চেষ্টাত বৰুৱানীয়ে তাৰ তলাটো বন্ধ কৰিলে।

প্রায় দৌৰি অহাদি তেওঁ কোঠাটোৰ পৰা আগফালৰ বাৰাণ্ডালৈ ওলাই আহিল। হাতত চাবি পাত। সন্ধিয়া হৈছে। ঘন আন্ধাৰ গছবোৰৰ গাত। অদূৰৰ তিনিআলিটোৰ পৰা ষ্ট্ৰীট লাইটৰ পোহৰ এইখিনি পোৱাহি নাই। ৰাস্তাত ছায়াময় কেইজনমান পথচাৰী। চাৰিওপিনে নির্জনতা আৰু

নৈঃশব্দ্য। এটা ভয়াবহ পৰিবেশ। বাৰাণ্ডাৰ ৰেলিঙত ধৰি কঁপনিটো ৰখালে বৰুৱানীয়ে। কি হ'ল এইবোৰ ?

গাৰ সমস্ত শক্তিৰে হাতৰ ঘৃণনীয় চাবিপাত ৰাস্তাৰ পিনৰ আন্ধাৰ এটুকুৰালৈ দলিয়াবলৈ লৈ তেওঁ ৰৈ গ'ল।

ক্লিং—। গেটখন খুলি পিলিক সোমাই আহিছে। চাবিপাত আঙুলি দুটাৰে কোনোৰকমে ধৰি ৰাখিলে বৰুৱানীয়ে।

"পিলিক শুন—।" তেওঁ মাতলৈ কঠোৰতা আনিলে। "ছাৰৰ কমৰ আলমাৰীটো দেখিছ নহয় ? সেইটোত থকা কাগজ-পাতি বস্তু বাহানিবোৰ আজৰাই পেলা। কাগজবোৰ জ্বলাই দিবি। বাকী বস্তুবোৰো দূৰৰ কৰবাত পেলাই দেগৈ, আটাইবোৰ ! হেঁা, এইপাত চাবি !"

আলমাৰীটো এইবাৰ সাবিত্ৰী বৰুৱাই ব্যৱহাৰ কৰিব। তেওঁৰোতো কিছুমান গোপন ব্যক্তিগত বস্তু আছে !

(প্ৰান্তিক, ৮৮)

# ঈশ্বৰহীনতা

ক্ৰাং-কৈ কোনোবাই চকী এখন টানি আনিলে, হেডক্লাৰ্ক ভট্টই উচ্চস্বৰে চিঞৰিলে ৰামপ্ৰসাদক, তীক্ষ্ণ শব্দৰে অফিচাৰৰ ৰুমৰ কলিংবেল বাজি উঠিল, দেৱাল ঘড়িটোৰ পৰা টকটককৈ খহি পৰিল ছেকেণ্ডবোৰ, মূৰৰ ওপৰত জীৰ্ণ দুৰ্বল ভংগীৰে ঘূৰ্ণমান ফেনখনৰপৰা পৰ্যায়ক্ৰমে উৎক্ষিপ্ত হ'ল ঘৰ্ষণৰ কৰ্কশ ধাতব শব্দ, বিশ্বাশৰদে হৰিচৰণবাবুৰ য়েজ্‌দি আহি থামিল আৰু এই সকলোবোৰ তল পেলাই ভাহি আহিল আধা ডজন টাইপ-ৰাইটাৰৰ শব্দময় প্ৰতিযোগিতা, খট্‌-খট্‌-খট্‌-খট্‌—ক্ৰা—

প্ৰায় ত্ৰিছটা মিনিটৰ মূৰত সি ফাইলৰ পৰা মূৰ তুলিলে। সমুখৰ টেবুলত স্তূপীকৃত ফাইলৰ উচ্চতা বাঢ়িছে; এতিয়া হেডক্লাৰ্কৰ মূৰটো অদৃশ্য, ননী গোস্বামীৰ নাকৰ অৰ্ধাংশৰ সৈতে থুতৰিটো ফাইলৰ আঁৰত। অসহ্য গৰম পৰিছে, ফেনখনে ঠিক বতাহ দিয়া নাই (হয়তো ভল্টেজ কমি গৈছে), তাৰ কপালৰ দুয়োকাষে ঘৰ্মপ্ৰপাত, চোলাৰ পিঠি চপচপীয়া হৈছে ঘামেৰে আৰু তাৰ বাবে জেপৰ পৰা বাৰে বাৰে মলিয়ন ৰুমালখন উলিয়াই সি যেন ক্লান্ত হৈ পৰিছে।

সমুখৰ দেৱাল ঘড়িটোত দুই বাজি গৈছে। তাৰ বোধ হ'ল যেন সময়ৰ গতি বৰ শ্লথ—মন্থৰ। লাহে লাহে ৰুমটোৰ পৰিবেশ তাৰ বাবে দুৰ্বিবহ হৈ পৰিছে, টাইপ-ৰাইটাৰৰ খট্‌-খট্‌-খট্‌ শব্দ মগজুৰ কোষবোৰৰ মাজেৰে দৌৰি-ঢাপৰি ফুৰিছে, জাপ-জাপ কাগজ আৰু ফাইলৰ মাজত লাহে লাহে তাৰ উশাহ-নিশাহ বন্ধ হৈ যোৱাৰ উপক্ৰম হৈছে। কালি বহু ৰাতিলৈকে টোপনি অহা নাছিল, এতিয়া খুব সন্তৰ্পণে মূৰৰ মাজত বিষ এটাই উক দি উঠিছে। বাওঁহাতখন ওপৰলৈ দাঙি সি কপালৰ ঘাম টুকিলে। প্ৰচণ্ড এক হতাশা, আতংক আৰু অসহায়বোধে জুমুৰি দি ধৰিছে তাক; মনৰ ওপৰত কোনে যেন পাৰি দিছে অসীম জড়তাৰ চাদৰ। অলপ মুকলি বতাহৰ বাবে কোঠাটোৰ বাহিৰলৈ ওলাই যোৱাৰ কথা ভাবিলে সি। পাছ মুহূৰ্ত্ততে সি সচকিত হৈ উঠিল। হেডক্লাৰ্কে তাক লক্ষ্য কৰি আছে নে কি? সাৱধান হ'বৰ হ'ল: বৰ দুঃসময় এতিয়া। খুব সাৱধানেৰে আগবাঢ়িব লাগিব, নৰাজৰিকৈ সমুখৰ দ'মটোৰ পৰা আকৌ সি ফাইল এটা টানি আনিলে⋯।

কালি দিছিল—চাৰুখুড়াৰ ল'ৰাটো আহিছিল। বাৰে বাৰে তাৰ মনলৈ

আছিল দিদিগৰ কথাবোৰ। কি নৃশংস উজ্জ্বল আছিল তাৰ মুখ! দিদিলে খবৰ আনিছিল, চাৰুখুড়া ভাল হৈ আহিছে দ্রুতগতিৰে, খোৱা-বোৱা কৰিব পৰা হৈছে সহজে, আনকি—আনকি গধূলি-গধূলি আগফালৰ ৰাস্তাৰে এপাক ফুৰেও। এইকেইদিনতে অফিচলৈ অহাৰ কথাও আছে হেনো। ডাক্তৰে অৱশ্যে কেইদিনমান ৰে'ষ্টত থাকিবলৈ কৈছে। খবৰবোৰ অপ্রত্যাশিত, প্রচণ্ড হতাশা-জনক তাৰ বাবে। চাৰুখুড়া ভাল হ'ল কেনেকৈ? যিটো অসুখৰ কোনো চিকিৎসাই সম্ভৱ নহয়, তাৰ পৰা চাৰুখুড়া কেনেকৈ সুস্থ হৈ উঠিল? এইতো এমাহমানৰ আগেয়ে সি চাৰুখুড়াৰ খবৰ লবলৈ গৈছিল;—স্বাস্থ্য ভাগি গৈছে মানুহজনৰ, চুলিৰ প্রায়খিনি পকি গৈছে, মুখখন শেতাঁ পৰি গৈছে ভয়াবহভাৱে। তেওঁৰ চকুত সিতো দেখিছিল মৃত্যুৰ শীতল ছাঁ। সি মনে মনে কৃতজ্ঞতা জনাইছিল চাৰুখুড়াৰ প্রতি,—মৃত্যুৰ প্রতি। তেতিয়া সি ভাবিছিল, ইট্‌ ইজ ছিম্প্‌লি এ মেটাৰ অফ টাইম—। আৰু সেয়ে সেই কৃতজ্ঞতাৰ সৈতে কিছু সহানুভূতি আৰু দুঃখবোধ মিহলাই দিয়াত তাৰ আপত্তি নাছিল। এটা কক্ষপথত তাক স্থাপন কৰি মানুহজন মহাশূন্যত হেৰাই যাব খুজিছে, তাৰ দুখ লাগিবৰে কথা। কিনো সম্পর্কটো! দেউতাকৰ এসময়ৰ সহপাঠী আছিল চাৰুখুড়া, সেয়েই—; কিন্তু অসুখটো আৰম্ভ হোৱাৰ পাছত যেতিয়া এবছৰৰ বাবে চাৰুখুড়াই মেডিকেল লিভ লব লগা হ'ল তেতিয়া তেওঁ নিজেই তাক মতোই আনি অফিচাৰ, ভট্টবাবুহঁতক কৈ মেলি চাকৰিটো সেই কেইদিনৰ বাবে সি কৰিব পৰাৰ বন্দৱস্ত কৰি দিয়ালে। দেউতাক ঢুকুৱাৰ পাছত সিহঁতৰ সেই সময়খিনিত যি আলাই আথানি,—বৰদেউতাকহঁতেতো খবৰ লবলৈকে এৰি দিছিল,—সেই দুৰৱস্থাত এই সংস্থানটোৱেই যেন এক বিৰাট দুর্ভাৱনা আঁতৰাই দিলে। তাৰবাবে সি চাৰুখুড়াৰ ওচৰত কৃতজ্ঞ। সেই সাময়িক ব্যৱস্থাটোক চাৰুখুড়াৰ মৃত্যুৱে স্থায়িত্ব দিব খুজিছিল,—তাৰ বাবে সি মৃত্যুৰ ওচৰতো কৃতজ্ঞ।

কিন্তু এইবোৰ কি হ'ল? চাৰুখুড়া সুস্থ হৈ উঠিল কেনেকৈ? সকলোবোৰ হিচাপ-নিকাচ যেন খেলিমেলি হৈ গ'ল। সি বুজি উঠিল তাৰ হতাশা আৰু দুঃচিন্তাপীড়িত দুর্বল মনত চাৰুখুড়াৰ প্রতি জমা হৈছে এনে এক আক্রোশ আৰু অভিমান যে এনে এজন শুভাকাংক্ষী মৃত্যুৰ দুৱাৰৰ পৰা উভতি আহিল বুলি শুনি তেওঁ আনন্দিত হোৱাতো বাদেই, কথাটো সহজভাৱে লবই নোৱাৰিলে।

নিজেকে অলপ নৃশংস যেন লাগিল নে কি? নাই—নাই, ইয়াত নৃশংসতাৰ কি আছে? চাকৰিটো এতিয়া চাৰুখুড়াৰ বাবে যিমান প্ৰয়োজনীয়, তাৰ বাবে তাতকৈ বহুগুণে অপৰিহাৰ্য। চাৰুখুড়াৰ ল'ৰা পাপুলে ৰেলৱেত চাকৰি কৰে, বাহিৰা পইচাও পাই অলপ অচৰপ। চাৰুখুড়াৰ চাকৰিটো নহলেও পৰিয়ালটো চলি যাব কোনো ৰকম। কিন্তু তাৰ নিজৰ বাবেতো এই মুহূৰ্তত এইটো অসম্ভৱ;—মাক আৰু ভনীয়েকক লৈ সিতো ৰাস্তালৈ ওলাই আহিব নোৱাৰে।...

আহ্,—ৰুমৰ বতাহ কঁপাই অফিচাৰৰ কলিং বে'লটো বাজি উঠিছে বাৰে বাৰে। তুৱাৰ মুখত ষ্টেন' নিনা চুলতানা, মুখত ৰুজ, লিপষ্টিক আৰু মিচিকি হাঁহিৰ বোজা। তাৰ মূৰৰ বিষটো তীব্ৰতৰ হৈ উঠিছে। সি ঘড়িলৈ চালে, তিনি বাজি গৈছে; সূৰ্যটো সমুখৰ খিৰিকিখনৰ ফ্ৰেমটোৰ মাজলৈ নামি আহিছে, টেবুলখনৰ ওপৰত এচেৰেঙা আবেলিৰ ৰ'দ পুৰণা ফাইলকেইটাৰ ওপৰৰ ধূলিৰ চামনিটো জিলিকি উঠিছে আৰু জিলিকি উঠিছে হেডক্লাৰ্ক ভট্টৰ অকোৱা-পকোৱা আখৰবোৰ।..

অৱশ্যে সি এইবোৰত, এইবোৰৰ মাজত সোমাব খোজা নাছিল। এই যে ৰাশি ৰাশি ফাইলৰ স্তূপ, টাইপ-ৰাইটাৰৰ সন্মিলিত কোলাহল, অফিচাৰ ভট্টবাবুহঁতৰ দাম্ভিকতা,—তাৰ স্বপ্ন আছিল এইবোৰৰ পৰা বহু দূৰৰ ক'ৰবাত। গতানুগতিকতাৰ এই গড্ডলিকা প্ৰবাহত, সি নিজকে উটাই দিব খোজা নাছিল। কেইবছৰমানৰ ভিতৰতে হয়তো তাৰ অৱস্থা সৌ টাইপিষ্ট ননী গোস্বামীৰ দৰে হ'বগৈ;—মটৰগাড়ীৰ ফাটি যোৱা উইণ্ডস্ক্ৰিনৰ দৰে ৰেখাময় যাৰ মুখ কপাল আৰু চকুত পুঞ্জীভূত বিৰক্তি আৰু নৈৰাশ্য, তুচ্ছ দৈনন্দিনতাৰ ৰুটিন-নিষ্পেষিত জীৱন, প্ৰাগ ঐতিহাসিক ছাইকেলখন টানি টানি (যাৰ হেণ্ডেলত এটা বজাৰ বেগ চিৰ দোলায়মান) সৰ্বদা ঘৰ অফিচ, অফিচ-ঘৰ;—এৰা নিতান্তই বাধ্য হৈ সিও আৰম্ভ কৰিলে এই নিস্তৰংগ, নিৰুত্তাপ জীৱন যাত্ৰা। ...আৰু আনকি এই সামান্য চাকৰিটো হাতৰ পৰা যায় বুলিয়েই সি এতিয়া বিহ্বল হৈ পৰিছে।

সি ভট্টবাবুলৈ চালে। তেওঁক তাৰ অৱস্থাটো বুজাই কিবা এটা কৰিব পাৰে নেকি সুধিব লাগিছিল। ভট্টবাবু অফিচাৰৰ ৰুমলৈ গৈছিল; শ শ ব্যস্ত ভংগীৰে আৰু চিন্তিত মুখেৰে ঘূৰি আহি তেওঁ হাতৰ ফাইলটো সশব্দে টেবুললৈ দলিয়ালে। ৰাম প্ৰসাদক চিঞৰিলে আকৌ এবাৰ, 'যত চব সমস্যা এই শৰ্মাৰ

মূৰ'ত—জাতীয় নিজৰ গুৰুত্ব প্ৰকাশক কিবা এষাৰ ঘোষণা কৰিলে তীক্ষ্ণ কণ্ঠে আৰু ধপকৈ নিজৰ চকীত বহি পৰিল। ভীষণ ব্যস্ত যেন দেখা গৈছে তেওঁক। আৰু এইসময়ত তাৰ সমস্যালৈ যে তেওঁ মূৰ ঘমাব খুজিব তাত সন্দেহ আছে। ইতিমধ্যে তেওঁ বিল এখন ছাৰৰ ওচৰলৈ পঠোৱাত কিয় ইমান দেৰি কৰিলে' শীৰ্ষক প্ৰচণ্ড বিতৰ্কত ননী গোস্বামীৰ সৈতে প্ৰবৃত্ত হৈছে, তেওঁৰ কুঞ্চিত জোঙা মুখখন আগবাঢ়ি আহিছে ননী গোস্বামীৰ ফালে, চচমাযোৰ যথাস্থানৰ পৰা অলপ নামি আহিছে, কপালৰ দুকাষৰ শিৰাদুডালে জিলিকি জপিয়াই উঠিছে; —খুব নৃশংস বীভৎস দেখা গৈছে ভট্টবাবুক, যেন চিকাৰ আক্ৰমণোগ্যত এটা জন্তু। কিন্তু এই ভট্টবাবুৰ লগতেই কথা পতাৰ সুবিধা বিচাৰি সি আঁৰ চকুৰে তেওঁলৈ চাই ৰ'ল।···

···এটা সময়ত সি অফিচৰ পৰা ওলাই আহিল। ভিৰ, কোলাহল, জনস্ৰোত, যানস্ৰোত ব্যস্ততাৰে নিৰাকাশ ৰুদ্ধশ্বাস মহানগৰী। বতাহত ধূলি, ধোঁৱা, দুৰ্গন্ধ আৰু বিমিশ্ৰ শব্দতৰংগ। আকাশত দিগন্তমুখী ক্লান্ত সূৰ্য।

ষ্টপেজটোত ছিটিবাছ এখন আহি ৰ'ল। অদ্ভুত দক্ষতাৰে মানুহবোৰ জপিয়াই নামিল আৰু উঠিল। বাছখনত উঠাৰ কথা ভাবিও সি বৈ গ'ল;— পেণ্টৰ পকেটৰ খুচুৰা পইচাকেইটা হাতেৰে চুই চালে; নাই,—খোজকাঢ়ি যোৱাই ভাল। ভয়াবহ অনিশ্চয়তা ভৱিষ্যতৰ ওপৰত ওলমি আছে। বহুত মাইল খোজ কাঢ়িবলৈ সি সাজু হৈ থকা উচিত। ছিটিবাছখন পাৰ হৈ গ'ল। সি লাহে লাহে খোজ দিলে।

নাই—হেডক্লাৰ্কে একো কৰিব নোৱাৰিলে। চাৰু হাজৰিকা পুৰণা মানুহ, অফিচৰ কামতো খুব এফিছিয়েণ্ট, খুব বিশ্বস্ত। তেওঁ যদি সুস্থ হৈ ঘূৰি আহে সি তাৰ চকীখন তেওঁলৈ আগবঢ়াই দিয়াত ইতস্ততঃ কৰাৰ কি যুক্তি থাকিব পাৰে? অৱশ্যে···অৱশ্যে তাৰ কামো ভট্টবাবুৱে ভালেই পাইছে। ঠিক আছে পাছলৈ তাৰ কিবা ব্যৱস্থা কৰি দিব পাৰে নেকি চাব, তেওঁ বাৰু পাছে-পৰে ছাৰ'ৰ লগত কথা পাতিব। নাই, নাই আজি ছাৰৰ ওচৰলৈ এইবোৰ কথা লৈ নোযোৱাই ভাল, মেজাজ খুব বেয়া (যোৱা ৰাতিৰ খেলত ছাৰে বহুত টকা হাৰিছে)। সি বাৰু খবৰ লৈ থাকক; যদি কেতিয়াবা প'ষ্ট-ছষ্ট খালীহৈ যায়···।

সম্ভৱতঃ ফুটবল খেলখন শেষ হ'ল; টিনপাতৰ বেষ্টনীটোৰ পৰা দৰ্শকবোৰ

ওলাই আহিল। প্ৰচুৰ হুলস্থুল, উল্লাস, উত্তেজনা আৰু বিতৰ্ক ৰাস্তাৰে বৈ গ'ল। এই ধৰণৰ ৰেফাৰিডে যে খেল এখন নষ্ট কৰি পেলায় সেই সম্পৰ্কে কেইজনমান প্ৰৌঢ়ই আলোচনা কৰি গ'ল ; হঠাত ওচৰতে ক'ৰবাত ফটকা ফুটিল। উল্লাসত ফাটি পৰিল এদল ডেকা ল'ৰা আঃ, আজি সি জনতাৰ এই আনন্দ আৰু উত্তেজনাৰ ভাগ লব নোৱাৰিলে। বস্তুতঃ আজি সি মানুহবোৰৰ এই আৱেগ-উদ্দীপনাত বিৰক্ত হ'ল, বোধ হ'ল যেন এই সকলোবোৰ অৰ্থহীন, সম্পূৰ্ণ অপ্ৰয়োজনীয়।

আকাশৰ পিয়লাত দিনান্তৰ ম্লান পোহৰ। তাৰ বুকুত গধূলিৰ বিষন্নতা, চকুত ধূলি-ধূসৰ হতাশা, অনিশ্চয় ভৱিষ্যতৰ আশংকাত তাৰ মন আচ্ছন্ন। কলৈ যোৱা উচিত, কি কৰা উচিত সি ভাবি উলিয়াব নোৱাৰিলে। নিজকে বৰ অসহায়, অক্ষম যেন বোধ হ'ল তাৰ। মাকৰ অপাৰেছনটোৰ কি কৰা হ'ব, বছৰটোৰ শেহৰ পিনে ভনীয়েকজনীৰ বিয়াৰ কথা এটাও চলি আছিল — ইমান অসম্পূৰ্ণভাৱে ইমান বিপদজনকভাৱে এইবোৰ কেনেকৈ ওলমি ৰ'ব। তাৰ নিজৰেই বা কি হ'বগৈ ? আৰু অলিৰ ওচৰত—ইমান অবলম্বনহীনতাৰ অক্ষমতাৰে অলিৰ ওপৰত তাৰ আৰু কিবা দাবী ৰবগৈ নে ?

'হাৰে, কি খবৰ ?' তীব্ৰ বেগেৰে অহা মটৰ চাইকেল এখন তাৰ কাষত বৈ গ'ল। হে'লমেটটো খোলাৰ পাছতহে মানুহটোক সি চিনি পালে। অখিল—কলেজৰ সহপাঠী। মটৰ চাইকেলখন ষ্টেণ্ড কৰিলে অখিলে। সুন্দৰ চেহেৰা হৈছে তাৰ, শকত হৈছে। মুখৰ পৰা আই-দাগবোৰ অদৃশ্য হ'ল কেনেকে ? তাৰ পোচাকত আভিজাত্যৰ ছাপ, চুলি আৰু দাড়ি শেহতীয়া ফেশ্বন অনুসৰি। অৱশ্যে মানুহটো সলনি হোৱা নাই অকণো, মুখত সেই একে ধৰণৰে চেপা দুষ্টামি দুই ওঁঠৰ মাজত সেই একেটাই অৰ্ধস্পষ্ট হাঁহি—

'কি খবৰ হা ? কোনো পাট্টায়েই নাই !' অখিলে আকৌ সুধিলে।

'এয়া ভাই—চলি আছোঁ কোনো ৰকমে।' কিছু সংকোচেৰে সি ক'লে।

'ক'ত এতিয়া ? কৰিছ কি ? মোৰতো ইয়ালৈ ট্ৰেন্সফাৰ হোৱা তিনি-মাহ হ'ল, কোনো দেখা দেখিয়েই নাই তইঁতৰ। বুক-এম্পৰিয়ামৰ আড্ডাটো ভাগি গ'ল নেকি ?' অখিলৰ খোলা সপ্ৰতিভতা, উৎসাহ আৰু উচ্ছাসৰ বন্যাই তাক যেন উটাই নিব খুজিলে। কেই মুহূৰ্তমানৰ ভিতৰতে সি বুজি উঠিল,

অখিল পি. ডব্লিউ. ডি -ৰ একাউণ্টেণ্ট। যোৰহাটৰ পৰা ইয়ালৈ বদলি হৈ অহা তিনিমাহমান হৈছে।

আৰু অৱশেষত প্ৰায় টানি নিয়া দিয়েই নি অখিলে চাহ একাপ খাবলৈ বুলি তাক মটৰ চাইকেলৰ পিছৰ ছিটত বহুৱাই ল'লে।

অখিলৰ বিশ্বস্ত হাতে ৰাস্তাৰ এই বিশৃংখল জনপ্ৰবাহৰ মাজেৰেও দুৰ্দান্ত গতিৰে মটৰ চাইকেলখন দৌৰাই লৈ গ'ল। দুকাষৰ মানুহ-যানবাহন ঘৰ-দোকান-পোহৰ অৱলীলাক্ৰমে পিছ পৰি গৈছে, দুকাষৰ বতাহ আচাৰ খাই পৰিছে গাত, বতাহৰ সোঁ-সোঁৱনিৰ ফলত ৰাস্তাৰ কোলাহল কিছু স্তিমিত, এখন দোকানত লাউডস্পিকাৰত বজা গানৰ এটুকুৰা, এটা ফেৰীৱালাৰ চিঞৰৰ এক চমক, চাওঁতে পাৰহৈ গ'ল হাস্যৰতা এজাক ছোৱালী, এক পলকৰ বাবে সি দেখিলে দোকান এখনৰ ভিতৰত তৰ্কৰত দুজন মানুহ, অভাৰব্ৰিজখনৰ শাৰী শাৰী ৰেলিংবোৰ দ্ৰুতগতিৰে পিছুৱাই গ'ল, ৰাস্তাৰ কাষৰ বিজ্ঞাপনবোৰ অস্পষ্ট⋯আৰু এই দুৰন্ত গতিময়তাৰ মাজত সি খন্তেকৰ বাবে নিজকে হেৰুৱাই পেলালে।

এসময়ত দুয়ো চহৰৰ নামী ৰেস্তোঁৰা এখনৰ ভিতৰলৈ সোমাই গ'ল। ভিতৰত ঈষৎ পোহৰ, ঘৰময় সংগীতৰ মৃদু উচ্ছাস, পৰিপাটী গ্ৰাহকবোৰে নিম্নস্বৰে কথা পাতিছে, মাজে মাজে হাঁহিৰ তৰংগই বতাহ আলোড়িত কৰিছে; —পৰিবেশটো তাৰ বাবে নতুন। নিজৰ অৱস্থা সম্পৰ্কে সি পুনৰ সজাগ হৈ উঠিল। তাৰ এনে লাগিল যেন এইখন এখন বেলেগ পৃথিৱী যাৰ মানুহবোৰৰ কোনো দুখ নাই, কোনো দুৰ্ভাৱনা-দুশ্চিন্তা নাই, কোনো নৈৰাশ্যবোধ নাই, প্ৰশস্ত বন্ধুৰতাহীন ৰাস্তাৰে, নিমজগতিৰে জীৱন অতিবাহিত হৈছে। সি অখিললৈ চালে। ৰেস্তোঁৰাৰ ভিতৰৰ এই মানুহবোৰৰ সৈতে কি অনায়াসে সি মিলি গৈছে!

অৱশ্যে অখিল মানুহটো, তাৰ ভিতৰৰ মানুহটো সলনি হোৱা নাই অকণো। 'কি কৰিছ এতিয়া? এম. এ নপঢ়িলি কিয়? এদিন বাজীৱেই কৈছিল নে মনোজেই কৈছিল, তই বোলে এফ. ছি. আইত সোমাইছ? প'ষ্টটো কি? কেনে লাগিছে? বাহিৰা পইচা-চইচা⋯'

'নাই,—টেম্প'ৰেৰি প'ষ্ট এটাত সোমাইছিলো দুদিনমানৰ কাৰণে। এতিয়া আকৌ বেকাৰ।' তাৰ মুখৰ পৰা ওলাই আহিল অতৰ্কিতে। পাছ মুহূৰ্ততে সি ভাবিলে, অখিলক তাৰ অৱস্থাটো ভালদৰে বুজাই কব নেকি?

অখিল পপুলাৰ মানুহ, বন্ধু-বান্ধৱ বহুত, চিনা-পৰিচয় বহুতৰ লগত, কিজানি সি তাক পৰিত্ৰাণৰ উপায় এটা দিব পাৰেই ? কৰবাত কিবা প্ৰকাৰে তাৰ মুৰটো সুমুৱাই দিয়াব পাৰেই ? সুধিব নেকি অখিলক ?

'প্ৰব্লেমেই হৈছে তেন্তে হা ? দেউতাৰ ঢুকুৱাৰ খবৰটো পাইছিলো অৱশ্যে। কফিৰ কাপত শোহা মাৰি অখিলে ক'লে। সহানুভূতিকণ তাৰ ভাল লাগিল। এইকণ সহানুভূতিওতো আজিকালি দুষ্পাপ্য হৈ পৰিছে।

'আচ্ছা, আৰু ইইঁতৰ খবৰ কি ? হোৱেৰ আৰ ৰূপজিত, গৌতম, ৰাণা, ৰূপ, পৰশ ? হোৱাটেভাৰ বিকাম অৱ দে'ম ?'

অখিলক সি বিশেষ একো খবৰ দিব নোৱাৰিলে। নিজৰ চিন্তায়েই তাক বহু দিনৰ পৰা আচ্ছন্ন কৰি ৰাখিছে। অখিলে প্ৰসংগটো সলনি কৰিলে। অতীত ৰোমন্থিত হ'ল। কলেজৰ দিনবোৰ, নিতাইৰ চাহ দোকানৰ আড্ডা, অপৰিপক্ক ৰোমাঞ্চ···স্মৃতি পাতবোৰ লুটিয়াই গ'ল অখিলে। কাপ প্লেটৰ মৃদু টুংটাং, গৰম কফিৰ সুগন্ধ, মুখৰোচক খাদ্য আৰু কথোপকথনৰ মাজেৰে কেইটামান অলস মুহূৰ্ত পাৰ হৈ গ'ল। ষ্টেৰিঅ'ত সুৰধ্বনি বন্ধ হ'ল, ঘৰময় পাতল গুঞ্জন, এচুকৰ টেবুল এখনৰ পৰা কোনোবা নাৰীকণ্ঠৰ হাঁহি-ভাঁহি আহিল। বাহিৰৰ ৰাস্তাৰ কোলাহল আৰু খেলিমেলি পোহৰ ইয়ালৈ আহিব পৰা নাই, টেবুলবোৰৰ ওপৰত নীলাভ পোহৰৰ বাল্বৰোৰ ওলমিছে, সেই পোহৰত ভিতৰৰ মানুহবোৰৰ পোচাক আৰু মুখৰ প্ৰকৃত ৰং ধৰিব পৰা নগ'ল। চকীখনত আউজি বহি অখিলে চিগাৰেটত হোপা মাৰিছে—হিন্দী ছিনেমাৰ নায়কৰ কায়দাৰে, তাৰ নাক-মুখেৰে ধোঁৱাবোৰ উদ্গীৰিত হৈছে লাহে লাহে, চচমাৰ গ্লাছত ৰেস্তোঁৰাৰ ভিতৰৰ সমস্ত ৰং আৰু পোহৰ প্ৰতিবিম্বিত হৈছে। ···অ' হয়, সি আগতকৈ শকত হৈছে, থুতৰিটো যেন ওলমি পৰিছে (এলকহলৰ প্ৰভাৱ ? ), তাৰ মূৰত চেম্পুধন্ত চুলি, ছাৰ্ট-পেণ্টৰ ইস্ত্ৰি নিখুঁত, পকেটত এক গভৰতী মানিবেগৰ উপস্থিতি সহজেই অনুমান কৰিব পাৰি, হাতৰ দামী ঘড়িটোৰ পৰা পোহৰ বিচ্ছুৰিত হৈছে বাৰে বাৰে। নিঃসন্দেহে,—সি ভাবিলে, —নিঃসন্দেহে অখিলৰ এই স্বচ্ছলতা আৰু স্বাচ্ছন্দ্য মাথোঁ তাৰ সোঁহাতৰ ৰোজগাৰৰ পৰা হোৱা নাই, পি· ডব্লিউ· ডি -ৰ একাউন্টেণ্ট এটা পোন ৰাস্তাৰে এই কেইদিনতে এইখিনিত ওলাবহি নোৱাৰে।

এটা সময়ত অখিলেও অকপটে স্বীকাৰ কৰিলে যে সি ভেটী লয়।

নোলোৱাৰ যুক্তি কি ? মাথোঁ সৌহাৰ্দ্যৰ বোজগাৰেৰে এই দুনিয়াত তিষ্ঠি থকাটো অসম্ভৱ, অন্ততঃ তাৰ বাবে সম্ভৱপৰ নহয়।

'পৃথিৱীলৈ দুদিনৰ কাৰণে আহিছ, যি সমুখত পায় লুটি ল, দুহাতেৰে চপাই আন চব। ফুৰ্তি কৰ, মৌজ কৰ।'—অখিলে নিজৰ দৰ্শন সম্পৰ্কে বুজাব খুজিলে।

'সাবধান হবি। কেতিয়াবা বিপদত পৰিবি।' নিৰ্বোধ শুভাকাঙ্ক্ষীৰ দৰে সি ক'লে।

অখিলে হাঁহি উঠিল। তাৰ গোটেই গাটোৱে হাঁহি উঠিল। 'বিপদত—? না—নাই ভাই। পৃথিৱীখনেই চলিছে এনেকৈ। কোনে কাক বিপদত পেলাব হা ? অন্ততঃ মই বিপদত নপৰোঁ, বাবাই বচাব—।' —পৰম নিশ্চিন্ততাৰে অখিলে ক'লে।

'বাবাই—।'

'ও –' অখিলৰ কণ্ঠস্বৰ গম্ভীৰ গদ্‌গদ্ হৈ গ'ল। 'বাবা সত্যঠাকুৰ—।' ছাৰ্টৰ ডিঙিয়েদি হাত সুমুৱাই অখিলে ডিঙিত পিন্ধি থকা লকেট এটা উলিয়াই দেখুৱালে। লকেটটোত ধূসৰ দীৰ্ঘ চুলিৰে অশীতিপৰ বৃদ্ধ এজনৰ মুখ। 'বাবা সত্যঠাকুৰ ··।' অখিলে ক'লে।

সি হাঁহিলে। অখিলটো একেই আছে ; তাৰ এই বাবা-টাবা জাতীয় বেমাৰবোৰো ভাল হোৱা নাই। তাৰ ওঁঠৰ কোণটো তীব্ৰ এক শ্লেষেৰে বেঁকা হৈ গ'ল।

'হাঁহিছ—হা ? হাঁহিবিয়েইতো তই। তোকতো ভালদৰে জানো মই ! এক নম্বৰ নাস্তিক, কমিউনিষ্ট ছালা।' বেচ উত্তেজিত যেন দেখা গ'ল অখিলক। কফিৰ কাপটো নমাই আনি অখিলে ছিগাৰেটৰ পেকেট এটা খুলিলে। 'মোৰ এতিয়াও স্পষ্ট মনত আছে এবাৰ কলেজত ডিবেট কম্পিটিশ্যনত তই কৈছিলি—সকলো ধৰ্মৰ ঈশ্বৰৰ এতিয়া উচিত গোপনে বিবস্ত্ৰে আত্মহত্যা কৰা নাইবা নিজৰ অকৰ্মণ্যতাৰ বাবে সাষ্টাংগে সকলোৰে সমুখত ক্ষমা বিচৰা। আৰু কি কৈছিলি জান ? ভগৱান হেনো স্নায়ুৰোগীবোৰৰ সৃষ্টি ! স্নায়ুৰোগী—হুঃ—নাস্তিক ছালা।'

অখিলে জ্বলাই দিয়া ছিগাৰেটটোত দীঘলীয়াকৈ টান এটা মাৰি সি মুখ ঘুপিয়ালে। হয়, কৈছিল সি। বহু বছৰৰ আগৰ কথা এইবোৰ, ভাল মনত ৰাখিছে অখিলে। অৱশ্যে, এতিয়াও ঈশ্বৰ-দেৱদেৱী এইবোৰ তুচ্ছ চিন্তাক

সি প্ৰশ্ৰয় নিদিয়ে, সি ঈশ্বৰ বিশ্বাস নকৰে। সকলে পৰাই কানু দাদাইতৰ লগত ঘুৰি ফুৰিবলৈ পোৱাত তাৰ মনত এইবোৰ অন্ধবিশ্বাস, কুসংস্কাৰে জন্ম লবই নোৱাৰিলে। এৰা, ঈশ্বৰ বা আন কোনো দৈৱ শক্তিক বিশ্বাস কৰাটো বিকৃত মন, বিকৃত ৰুচিৰ চিন। এতিয়া সি ঘৰৰ পৰা অফিচলৈ আহোঁতে যিটো মন্দিৰ পাই আহে, য'ত চৌবিছ ঘণ্টা কীৰ্তন আৰু ঘণ্টা ধ্বনি, দৰ্শনাৰ্থী আৰু সেৱা প্ৰাৰ্থীৰ ভিৰ, সেইটোৰ সমুখেৰেই সি স্কুল, কলেজত পঢ়োঁতেও অহা-যোৱা কৰিছিল ; সমনীয়া আটাইকেইটাই মন্দিৰটোৰ পিনে সভক্তিৰে প্ৰণাম জনাই গৈছিল, মূৰ দোঁ খাই গৈছিল সকলোৰে, কিন্তু, সি উন্নত শিৰে পাৰ হৈ গৈছিল, সগৰ্বে। লগে লগে লগৰ কেইটাৰ প্ৰতি তাৰ চকুত এক তাচ্ছিল্যভাৱ ফুটি উঠিছিল। সিহঁত দুৰ্বল, পৰাজিত মানুহ—তাৰ দৰে মানসিক শক্তি সিহঁতৰ নাই। সেইটো বাটেৰেই সিহঁতৰ স্কুলীয়া, কলেজীয়া জীৱন পাৰ হৈ গ'ল, শৈশৱ কৈশোৰ যৌৱন পাৰ হৈ গ'ল সেই ৰাস্তাৰেই, কিন্তু এবাৰলৈও তাৰ মূৰ দোঁ নাখালে মন্দিৰটোৰ সমুখত। এৰা, অখিলহঁত হাৰি যোৱা মানুহ—এই ক্ষেত্ৰত ; অন্ততঃ এই ক্ষেত্ৰত সি জিকি গৈছে। কথাষাৰ ভাবি তাৰ ভাল লাগিল।

'তোৰ সেই বন্ধুবৰ্গ ক'ত? কমৰেডবৃন্দ? ত্ৰিদিব, জুনুকা, পাৰ্থহঁত কলৈ গ'ল? তহঁতৰ ৰিভল্যুশ্যনৰ, কি বুলি কব তহঁতে—ওঁ—মহান সংগ্ৰাম, সেইটো কি ৰকম চলিছে?

সি একো নকলে, অসহায় ভংগীৰে সি মাথো হাঁহি উঠিল। ছিগাৰেটটো বেচ দামী হবলা, অচিনাকি ব্ৰেণ্ড, কিন্তু গোন্ধটো বেচ সুন্দৰ। আৰু কি তাৰ স্বাদ। দীঘলীয়া শোহা এটাৰে বেচ কিছু ধোঁৱা টানি আনি বুকুৰ ভিতৰখন সি ধুঁৱলি-কুঁৱলী কৰি পেলালে।

অখিল ক্ষান্ত নহ'ল, আক্ৰমণাত্মক সুৰটো অব্যাহত ৰাখি সি সুধিলে, '—আৰু তহঁতে আমাৰ কিবা ছছিয়েল ষ্ট্ৰাকচাৰটো চেঞ্জ কৰাৰ কথা কৈছিলি নহয়? সেইটো চেঞ্জ হ'লনে নাই অ'?'

এৰা—সি যেন চিঞৰি উঠিব, এৰা, এসময়ত বুকুৰ মাজৰ কৰবাত এটা ফুলিংগ আছিল, যাৰ উত্তাপ আশ্চৰ্য এক উল্লাসৰ দৰে সমস্ত শৰীৰ জুৰি বিয়পি পৰিছিল। এতিয়া সকলো নিৰ্বাপিত হৈ গৈছে, শেষ হৈছে সকলো, ইট্‌ছ্‌ এ ক্ল'জড্‌ চেপ্টাৰ নাও। তাৰ নিজৰ অৱস্থায়েই এতিয়া খুব শোচনীয়, তাৰ ভৱিষ্যত এতিয়া নিচ্ছিদ্ৰ অন্ধকাৰৰ গৰ্ভত, নিৰ্লজ্জৰ দৰে চাকৰি এটাৰ সন্ধানত

দুৱাৰে-দুৱাৰে ঘুৰিবলৈ সি সাজু হৈ আছে। চাৰুখুড়াৰ কথা, চাকৰিটোৰ কথা ঘুৰি ঘুৰি তাৰ মনলৈ আহিল। কি হ'ব এতিয়া? সি অখিললৈ চালে। সুধিব নেকি তাক, কব নেকি তাক চাকৰি এটাৰ কথা?

হঠাৎ ৰেস্তোঁৰাৰ শান্ত পৰিবেশ ভাঙি একোণৰ টেবুল এখনৰ পৰা কোনোবাই ডাঙৰকৈ হাঁহি উঠিল। সচকিত হৈ সি ঘুৰি চালে, ছায়াচ্ছন্ন কোণটোৰ টেবুল এখন আগুৰি কেইজনমান ডেকাই কথা পাতিছে। হয়তো এটা বেচ কৌতূহল-উদ্দীপক বিষয়: আটাইকেইজনৰ নিমগ্ন ব্যগ্ৰ মুখ টেবুল-খনৰ ওপৰত উবুৰি খাই পৰিছে। সি আশ্বস্ত হ'ল, নাই, তাক কোনেও হঁহা নাই। অঃ, অখিলে কিবা এটা বৰ্ণনা কৰিছে, যোৰহাটৰ এছ. ডি. অ' এজনৰ ছোৱালী এজনী সম্পৰ্কে, হয়তো অখিলৰ সংখ্যাহীন ৰোমান্টিক কাৰ্যকলাপৰ এটা...। কথাবোৰ তাৰ কাণত নোসোমাল। চাকৰি, চাৰুখুড়া, মাকৰ অসুখ তাৰ এই নিজস্ব চিন্তাবোৰ বাৰে বাৰে ঘুৰি আহিল। এই বিষাক্ত চিন্তাবোৰ এজাক স্বচ্ছ মৌমাখিৰ দৰে তাৰ মূৰৰ চাৰিওফালে অস্বস্তিকৰভাৱে ঘুৰি ফুৰিবলৈ ধৰিলে।

'আচ্ছা—', চাবিৰ ৰিংটো আঙুলিত ঘূৰাই ঘূৰাই অখিলে সুধিলে, 'এই—তোৰ অলিৰ খবৰ কি?'

হাত এখন ওপৰলৈ দাঙি সি অখিলৰ মুখ বন্ধ কৰি দিলে। সি অখিলৰ চকুলৈ চালে। তাৰ পাছত এটা ৰুগ্ন, দুৰ্বল সৰীসৃপৰ দৰে প্ৰশ্নটো তাৰ ডিঙিয়েদি বগাই আহিল,—'তোক এটা কথা সোধোঁ; তই মোৰ কিবা এটা ব্যৱস্থা কৰি দিব পাৰিবি নেকি? তোৰতো চিনা-জনা বহুত।'

'ব্যৱস্থা মানে? চাকৰি?' অখিল স্পষ্টতঃ কিছু বিৰক্ত হ'ল। তাৰ পাছত লাহে লাহে সি ক'লে, 'চা ভাই—আজিৰ এইখন দুনিয়াত ফৎকৰে চাকৰি এটা পাব নোৱাৰিবি। আৰু তইতো দেচোন যা-তা চাকৰি এটা কৰিব খুজিবি, তোৰোতো এটা...'

'নাই ভাই, একো নাই মোৰ। তই কিবা এটা ঠিক কৰি দে, চাকৰি হলেই হ'ল।'

'সঁচা কথা কবলৈ গ'লে মোৰে এটা ভাই গ্ৰেজুৱেশ্বন লৈ আজি দুবছৰ বহি আছে। তাৰেই মূৰটো এঠাইত গোজাই দিব পৰা নাই।' অখিলে ঘড়ীলৈ চালে, 'ইয়ে নকৰ কিয়, বিজনেছ নকৰ কিয়? বাণিজ্যে বসতে লক্ষ্মী...'

সি অসহায়ভাৱে অখিললৈ চালে। 'গৱৰ্ণমেণ্টে কিবা ল'ন-ছ'ন দিছে নহয় ট্ৰাই এটা নকৰ কিয় ?'

কি আন-প্ৰেক্টিকেল কথা ! লাহে লাহে সি বুজি উঠিল অখিলে তাক ঠাট্টা কৰিছে, খুব সূক্ষ্মভাৱে। নিজকে খুব নিৰ্বোধ যেন বোধ হ'ল তাৰ ; তাৰ চকুৰ মণিত নিজৰ প্ৰতি ধিক্কাৰ জিলিকি উঠিল। এবা, নিজৰ সমস্যাৰ মাজলৈ সি অখিলক কিয় টানিব খুজিছে—ইমান হাস্যকৰভাৱে ? এই আসুৰিক নিদাৰুণ প্ৰতিযোগিতাৰ যুগত, য'ত টকা ঘটাৰ মহোৎসৱত সকলো মতলীয়া, সি কাৰ পৰা অকণমান সহানুভূতি, কৰুণা প্ৰত্যাশা কৰে ? সি হাত দুখন চকীৰ দুকাষে পেলাই দিলে। এক গভীৰ হাঁহাকাৰৰ ভংগীৰে সি বহি ৰ'ল।

অখিলে আকৌ এবাৰ ঘড়িলৈ চালে, ৱেইটাৰটোক মাতি বিল মিটাই দিলে।

'বাই দা ৱে—' পেকেটটোৰ শেষ দুটা ছিগাৰেট ভগাই লৈ অখিলে কলে, 'এটা কথা সোধোঁ তোক। এতিয়া ভগৱানৰ সৈতে তোৰ ৰিলেশ্যন কেনেকুৱা ?'

আঃ, এইবাৰ সি জিকি গৈছে। অন্ততঃ এইক্ষেত্ৰত অখিলহঁতৰ লগত সি জিকিছে। এক মুহূৰ্তৰ বাবে এক অনাবিল পুলকত তাৰ মন ভৰি গ'ল। তাৰ চকু দুটা জিলিকি উঠিল এক মুহূৰ্তৰ বাবে। সদম্ভে সি ঘোষণা কৰিলে—'অলপ আগেয়ে তই মোৰ বাবে ব্যৱহাৰ কৰা বিশেষণ দুটা এতিয়াও ব্যৱহাৰ কৰিব পাৰ। এতিয়াও মই একনম্বৰ নাস্তিক—এক নম্বৰ '

'এতিয়াও—ষ্টিল ?' আচৰিত হোৱাৰ ভংগীৰে অখিলে সমুখৰ টেবুলখনত এটা চাপৰ মাৰিলে। কাপপ্লেট, লাইটাৰ, এছট্ৰে, মটৰ চাইকেলৰ চাবি—এই আটাইবোৰ একেলগে ঝন্‌ঝনাই উঠিল আৰু সেই শব্দ এক অব্যক্ত সুখানুভূতিৰ দৰে তাৰ কাণত কিছুসময়ৰ বাবে অনুৰণিত হৈ থাকিল।

অখিল চকীৰ পৰা উঠিল। সি মটৰ চাইকেলেৰে তাক ঘৰত থৈ অহাৰ প্ৰস্তাৱ দিলে। নাই, সি এতিয়াই ঘৰলৈ যোৱাৰ ইচ্ছা নকৰে। দুয়ো ৰেস্তোঁৰাখনৰ পৰা বাহিৰলৈ আহিল। অসংখ্য মানুহৰ ভিৰত, যান্ত্ৰিক শব্দৰ আৱৰ্তত ভাসমান সেই মহানগৰী। আবেলিৰ ৰ'দ কেতিয়াবাই শেষ হৈছে। ধূসৰ, বিদায়োন্মুখ কিছু পোহৰ চহৰখনৰ ওপৰত ওলমি আছে। অদূৰৰ টিলাকেইটাৰ আঁৰত আন্ধাৰবোৰে মনে মনে আহি জুম বান্ধিছেহি, যেন চহৰখনৰ ওপৰত জপিয়াই পৰিবলৈ সিহঁত সাজু। আৰু এই কৰুণ, বিষণ্ণ মুহূৰ্ততনো কেনে বং লব তাকে ভাবি আকাশখনকো বিব্ৰত হোৱা যেন দেখা গৈছে।

'তেন্তে—' অখিলে মটৰ চাইকেল ষ্টাৰ্ট কৰিলে,—'লগ পাম আকৌ। মোৰ অফিচলৈ আহিবিচোন।'

সি অখিললৈ চালে। মটৰ চাইকেলৰ কম্পিত হেণ্ডেলত তাৰ হাতভৰি কোঁচাই বহি থকা এক উগ্র ভংগী, ওঁঠৰ কোণত মৃদু হাঁহি কিন্তু তাৰ দৃঢ় কঠোৰ থুতৰিটো, তাৰ চকু দুটা দেখিলেই ধৰিব পাৰি সি কিমান নিশ্চিত যে এই বিশৃংখল জনপ্রবাহৰ মাজেৰে নিজকে সি ঠিক চলাই নিব পাৰিব। সঁচাকৈয়ে কি অনায়াস ক্ষিপ্রতাৰে সি ক্লাচ টানিলে, গিয়েৰ সলালেই আৰু' ক্রমশঃ দ্রুত গতিৰে, উদ্ধত ভংগীৰে উৰি গ'ল ৰাস্তাৰ অনৰ্গল মানুহ-যানবাহনৰ মাজলৈ···।

ফুটপাথত থিয় দি সমুখৰ ৰাস্তালৈ শূন্য দৃষ্টিৰে চাই ৰল সি। অখিলৰ মটৰ চাইকেলৰ গৰ্জনৰ অনুৰণনে কিছু সময়লৈ বতাহ তৰংগায়িত কৰি থৈ গ'ল। কি সুন্দৰ সাৰ্থক এক চিম্ফনি!—সি ভাবিলে। হঠাৎ দপকৈ ৰাস্তাৰ লাইটবোৰ জ্বলি উঠিল। এচমকা পোহৰ আহি তাৰ মুখত পৰিলহি। খুব অস্বস্তিবোধ কৰিলে সি। দ্রুত অবিন্যস্ত খোজেৰে সি পোহৰৰ পৰা আঁতৰি আহিল। অভাৰব্রিজখন পাৰ হ'ল, চাৰি আলিত ঘূৰিল। —সি চাৰু খুড়াৰ ওচৰলৈ যাব খুজিছে নেকি? এৰা, চাৰু খুড়াৰ খবৰ এটা লোৱা উচিত। গোটেই পৰিস্থিতিটোৰ এটা বুজ লোৱাৰ প্রয়োজন। কিন্তু পাছ মুহূৰ্ততে সি উপলব্ধি কৰিলে চাৰু খুড়াৰ মুখামুখি হোৱাৰ সাহস সি হেৰুৱাই পেলাইছে। যদি পদুলিত সোমায়েই সি দেখে উজ্জ্বল থুলন্তৰ চেহেৰাৰে চাৰুখুড়াই দুৱাৰ খুলি ওলাই আহিছে আৰু হাস্যবদনে আদৰণি জনাইছে তাক, দৃশ্যটো হজম কৰা তাৰ বাবে কষ্টকৰ নহবনে? তেন্তে এতিয়া,—ছিগাৰেটটো দলিয়াই দি সি ভাবিলে, কলৈ যাব এতিয়া সি? আচ্ছন্নৰ দৰে সি ঘূৰি ফুৰিলে ইফালে সিফালে। বিজ্ঞাপনৰ ভৌতিক ভাস্বৰতা, মটৰগাড়ীৰ হে'ডলাইটৰ তাৎক্ষণিক দ্যুতি, দুকাষৰ শ্ব'কেছৰ পৰা বিচ্ছুৰিত পোহৰেৰে ৰাস্তা ভৰি পৰিছে। ৰেডিঅ'ৰ দোকান এখনৰ ৰেকৰ্ড প্লেয়াৰৰ পৰা উদ্দাম পাশ্চাত্য সংগীত ৰাস্তাত জপিয়াই পৰিছে, শ্ব'কেছত এযোৰ তবলা, বেঁকাকৈ থোৱা এখন চেতাৰ, দণ্ডায়মান এখন ভায়লিন। ···অলি? অলিৰ কথা হঠাতে মনলৈ আহিল তাৰ। গানৰ স্কুলৰ পৰা তাই উভতিবৰ সময় হৈছে। এৰা, এই সময়ত তাইক লগ পালে মনটো অলপ ভাল লাগিব। লৰালৰিকৈ সি চাৰি আলি এটা পাৰ হ'ল। ৰাস্তাত মানুহৰ ভিৰ বাঢ়িছে। ছিটিবাছ ষ্টপেজত অপেক্ষাৰত মানুহ, ছিনেমা হ'লৰ সমুখৰ ভিৰ, কেইটামান চিংকাৰৰত ফেৰীৱালা,

কেইটামান মগনীয়া, এশাৰী অপেক্ষমান টেক্সি—এইবোৰ সি দ্ৰুতভাৱে পিছ পেলাই থৈ গ'ল। অদূৰৰ ষ্টেচনৰ পৰা এখন মন্থৰ বিষণ্ণ ৰেলগাড়ী গুলাই গ'ল, নিৰ্জন ৰাস্তাটোৱে সুহুৰিয়াই সুহুৰিয়াই এটা ডেকা ল'ৰাই চাইকেল চলাই গ'ল, পাতল বতাহে ৰাস্তাৰ কাষৰ আঁহত জোপাৰ পাতবোৰ কঁপাই থৈ গ'ল, এজন মানুহে তেওঁৰ স্কুটাৰখন ষ্টাৰ্ট কৰাত বাৰে বাৰে ব্যৰ্থ হৈছে, —এইবোৰ খেলি-মেলি শব্দ আৰু ছবিৰ মাজেৰেও সি ঠিক ধৰিব পাৰিলে—দূৰৰ গানৰ স্কুলখনৰ পৰা বিমল পবিত্ৰ মমতাময় নদীৰ দৰে বৈ আহিছে এক শান্ত সমাহিত সুৰ, যি সুৰে বুকুৰ ভিতৰৰ বতাহ উচ্ছাসত উথলাই তোলে, ৰক্ত প্ৰৱাহ দ্ৰুততৰ কৰি তোলে।

গানৰ স্কুলখনৰ (য'ত দিনত এম. ভি. স্কুলখন বহে) সৰু টিনৰ ঘৰটোৰ সমুখত, ৰাস্তাৰ সিপাৰে সি থিয় দি ৰ'ল। কাষতে এখন পাণ-দোকান, কেইটামান ডেকা ল'ৰাই তাত জুম পাতি ছিগাৰেট হুপিছে, মাজে মাজে টুকুৰাটুকুৰি সংলাপ, হঠাৎ অট্টহাঁহি, সন্ধ্যা ভ্ৰমণৰত দুজন বৃদ্ধ কথা পাতি পাৰ হৈ গ'ল; গলিটোৰ মুখৰ ষ্ট্ৰীটলাইটটোৰ তলত এটা চানাচুৰৱালা, সৰু সৰু ল'ৰা-ছোৱালী কেইটামানে তাক আগুৰি ধৰিছে। স্কুলৰ ভিতৰত কোনোবাই চেতাৰ বজাইছে (সম্ভৱতঃ মধুবন্তী ৰাগ), সতেজ গম্ভীৰে সেই সুৰে এটা মিঠা গোন্ধৰ দৰে তাক কিছু সময়ৰ বাবে আচ্ছন্ন কৰি তুলিলে। এটা পুৰণি চিনাকি সুৰ—কৰবাত, হয়তো ৰেডিঅ'ত হয়তো কাণুদাই বজোৱা শুনিছিল সি সৰুতে আৰু মগজুৰ লক্ষ-লক্ষ স্নায়ুকোষৰ কৰবাত সঞ্চিত হৈ আছিল সেই সুৰ। আৰু আজি হঠাতে শুনা সেই সুৰৰ আমোঘ অনন্য ট্ৰেমেল'ই লাহে লাহে তাৰ মনত জগাই তুলিলে এক অপ্ৰতিৰোধ নষ্টালজিয়া। ···এৰা, এনে হোৱাৰ কথা নাছিলতো! অতীতৰ সেই ধূসৰ অস্পষ্ট বিস্মৃতি আবৃত ছবিবোৰলৈ সি চাই ৰ'ল। সি দেখিলে ৰাস্তাত সুদীৰ্ঘ এক মিছিল, হাফপেণ্ট-হাফছাৰ্ট পৰিহিত সি,—হাতত এখন প্লেকাৰ্ড, মিছিলটোৰ প্ৰায় সমুখত বৈ সি উত্তেজিতভাৱে হাত জোকাৰি শ্ল'গান দিছে, কাষত সেয়া পাৰ্থ, অনুজ, ধ্ৰুৱইত··· । দৃশ্যটো সলনি হ'ল—আন্ধাৰ গলি এটা, সিহঁতে লংপেণ্ট পিন্ধিবলৈ লৈছে তেতিয়া, গাল-থুতৰিত দাড়ি ঠুটিয়াইছে, আন্ধাৰ গলিটোত জুনুকা আৰু সি···ৱাল এখনৰ ওচৰত সিহঁত ৰ'ল, ইফালে সিফালে চালে, জুনুকাই গাত পেলাই লোৱা স্কাৰ্ফখনৰ তলৰ পৰা ৰঙৰ টেমাটো আৰু ব্ৰাছডাল উলিয়ালে, দুয়োটাই ৱালখনৰ ওপৰত শ্ল'গান লিখাত ব্যস্ত হৈ পৰিল। ···দৃশ্যটো কাটি গ'ল; সেই

ঠাইত আন দৃশ্য—চাইকেলৰ ওপৰত ৰূপজিত আৰু সি, হেণ্ডেলত গধুৰ কোনো এটা ওলমিছে, সিহঁতৰ চকু সতর্ক, গোটেই গাত এটা মৃদু কঁপনি, জীর্ণ বন্ধুৰ ৰাস্তাটোত শিলগুটিৰ দ'ম আৰু ইতস্তত গাঁত। ৰূপজিতে কোবেৰে চাইকেলৰ পেডেল ঘুৰাইছে। হঠাৎ গাঁত এটাত সোমাই চাইকেলখন পৰি গ'ল, সিহঁত দুয়োটা পৰি গ'ল, মোনাটো ফাটি চাৰিওপিনে সিঁচৰিত হৈ পৰিল জিলেটিন ষ্টিক, কেপ আৰু ফিউজ তাঁৰ কিছুমান। ...কেইজনীমান ছোৱালীয়ে এটা কোৰাছ আৰম্ভ কৰিছে—উদ্বেল ছন্দোময় কণ্ঠ। তাৰ মাজৰ পৰা সি তাইৰ মাতটো অনুমান কৰাৰ চেষ্টা কৰিলে আৰু সি ব্যর্থ হ'ল। ৰাস্তাত কানোবাই ট্ৰাক এখন ষ্টার্ট কৰিব খুজিছে ; ইঞ্জিনৰ কর্কশ ঘৰ্‌ঘৰ্‌ শব্দৰ তলত সেই পৰিচ্ছন্ন সুখশ্ৰাব্য শব্দতৰংগ বাৰে বাৰে হেৰাই গ'ল। হঠাৎ লাউড-স্পিকাৰেৰে কিবা এটা ঘোষণা কৰি কৰি গাড়ী এখন আগবাঢ়ি আহিল। প্ৰচুৰ ধোঁৱা আৰু শব্দতৰংগ নির্গত কৰি এশাৰী গধুৰ গাড়ী ৰাস্তাটোৰে দৌৰি গ'ল। ...প্ৰচণ্ড বিৰক্তি আৰু ক্লীব খঙেৰে সি ৰাস্তালৈ চাই ৰ'ল—এৰা কি হ'ল এইবোৰ ? ৰূপজিত, জুনুকা, পার্থহঁত কত ? কোন কত চিটিকি পৰিল ? আৰ দে' শ্লিপিং অন দা হিল ? আৰু সি...সি নিজে ?

গানৰ স্কুলখনৰ পৰা ছোৱালীবোৰ ওলাই আহিছে। সি সন্ত্ৰস্ত হৈ পৰিল। পাণ-দোকানখনৰ সমুখৰ ল'ৰাকেইটা সৰৱ উল্লসিত হৈ পৰিল। হাঁহি আৰু কলৰৱেৰে ৰাস্তাটো উপচি পৰিল। ...সেয়া তাইৰ বান্ধৱীজনী ওলাই আহিছে, লগে লগে ঠিক অলিৰ দৰে নীলা শাৰী পিন্ধা এজনী ছোৱালী, কিন্তু তাই তাই ক'ত ? তাৰ ব্যাকুল চকুৱে অলিক সিঁহতৰ মাজৰ পৰা বিচাৰি উলিয়াব নোৱাৰিলে। সম্ভৱতঃ আজি তাই অহা নাই। এক হতাশা আৰু দুখবোধে আকৌ তাক আক্ৰান্ত কৰি তুলিলে। ছোৱালী কেইজনী লাহে লাহে ৰাস্তাৰ বিশৃংখল জনপ্ৰবাহৰ মাজত হেৰাই গ'ল। সি সেইখিনিতে থিয় দি ৰ'ল কিছু সময়। ক্লান্ত আৰু বিমর্ষ। পাণদোকানৰ সমুখৰ ল'ৰাকেইটাৰ জুমটো এতিয়া অদৃশ্য ( হয়তো সিহঁত স্কুলখন ছুটি হোৱালৈকে বৈ আছিল ), চানাচুৰৱালাটো প্ৰস্থানোদ্যত, মানুহ এটাই স্কুলখনৰ দুৱাৰ খিড়িকিবোৰ এখন এখনকৈ বন্ধ কৰিছে, বুঢ়া পাণ দোকানীটোৱে অবিৰতভাৱে কাহিবলৈ ধৰিলে ওলাই থকা লেম্পটোৰ শিখা পাতল বতাহত কঁপি উঠিল আৰু অনিবার্যভাৱেই চাকখুড়াৰ চিন্তাটো তাৰ মগজুলৈ উলটি আহিল। ইয়াৰ পাছত ? আৰু এসপ্তাহৰ পাছত যেতিয়া চাকখুড়াই অফিচলৈ আহি নিজৰ চকীখন অধিকাৰ

কৰি ল'ব তেতিয়া ? আশ্ৰয়হীন কৰ্পদকশূন্য হৈ সি ৰাস্তালৈ ওলাই আহিব লগা নহ'বনে ?

স্বপ্নাচ্ছন্নৰ দৰে সি খোজ কাঢ়িবলৈ ধৰিলে। এখন সুসজ্জিত পার্ক, এটা নিঃস্ব পাহাৰ, আন্ধাৰত ডুবি থকা এটা গলি, এটা নিঃসংগ ৰেললাইন, গধূলিৰ বিমৰ্ষ শান্ত নদী—এই সকলোবোৰে ওচৰলৈ সি গ'ল আৰু ভীষণ নিৰাশ হৈ উভতি আহিল। খুব ক্লান্ত অৱসাদগ্ৰস্তবোধ হৈছে তাৰ, গোটেই বুকু ভৰা শূন্য হাঁহাকাৰ। ঘৰলৈ ওভতাৰ কথা ভাবিলে সি। ৰাস্তা এটা পাৰ হ'ল। বাট চমুৱাবৰ বাবে দীপকৰ পাণদোকানৰ কাষৰ গলিটোত সোমাল। গলিটো নিৰ্জন—প্ৰায় অন্ধকাৰ। প্ৰধান ৰাস্তাৰ লাইটৰ পোহৰ গলিটোলৈ সামান্যহে সোমাই আহিছে। সেই পোহৰতে সি দেখা পালে প'ষ্ট অফিচৰ দেৱালখন আন্দোলনৰ বাবে আহ্বান কৰি লিখা, শোষকসকলৰ হুমকি দি লিখা প'ষ্টাৰেৰে ঢাক খাই পৰিছে,—সেই একেবোৰ শব্দ আৰু বাক্য, আনকি ভুল বানানকেইটাও কোনোও শুদ্ধ কৰি দিয়া নাই। নিজৰ প্ৰতি নে অন্য কাৰোবাৰ প্ৰতি সি ঠিক ধৰিব নোৱাৰিলে, তীব্ৰ এক শ্লেষ আৰু তাচ্ছিল্যৰ হাঁহিৰে তাৰ ওঁঠখন বেকাঁ হৈ গ'ল। বিৰস জৰ্জৰ সন্ধিয়াত তাৰ বোধ হ'ল সেই সকলোবোৰ মাথোন ধৃষ্টতাহে আছিল। ৰাজপথৰ সেই ক্ষোভ, ক্ৰুদ্ধতা আৰু কোলাহল আজি কেনেকৈ এই গলিৰ নিৰ্মম নিৰ্জনতালৈ পৰ্যবসিত হ'ল। পোহৰ আৰু শব্দৰ সেই বৰ্বৰ ছিম্ফনি আজি ইমান কৰুণভাৱে কিয় স্তব্ধ হৈ গ'ল ?

গলিটোৰ আন্ধাৰ ফালি ক্লান্ত খোজেৰে সি আগবাঢ়ি গ'ল। আজি হয়তো কিবা বিশেষ উৎসৱ আছে। দূৰৰ মন্দিৰটোৰ পৰা সংকীৰ্তন আৰু ঘণ্টাধ্বনি বৈ বৈ ভাহি আহিছে। জেলৰ গেটত ৰাতিৰ সময়-সংকেত বাজি উঠিল, হয়তো ৰাতি বহুত হ'ল। কিন্তু ঠিক কেইটা বাজিল সি ধৰিব নোৱাৰিলে। অন্য সকলো চিন্তা আঁতৰাই থৈ সি চাকৰিটোৰ কথা ভাবিলে, তন্ময় হৈ ভাবিলে এটা সম্ভাব্য পথৰ কথা।

আকাশ মেঘাচ্ছন্ন, ধুমুহা আহিব সম্ভৱতঃ। এজাক বতাহে ইউকেলিপ্টাছ কেইজোপাৰ পাতবোৰ লৰাই গ'ল। এক পলকৰ বাবে এচমকা বিজুলীয়ে গলিটো পোহৰাই তুলিলে, বন্ধ কেন্টিনখনৰ বাৰাণ্ডাত দুটা মানুহে বিছনা পাতিবৰ যো-জা কৰিছে, কাছাৰীঘৰটোৰ বাৰাণ্ডাত এজন চিপাহীয়ে ধীৰ খোজেৰে পায়চাৰী কৰিছে, আহত জোপাৰ তলত সংগমৰত দুটা কুকুৰ··· । সি থৰকৈ খোজ দিলে। বিভিন্ন শব্দেৰে জীৰ্ণতা প্ৰকাশ কৰি কৰি এখন

বিপৰীতমুখী ক্লান্ত বিল্লাই তাক অতিক্ৰম কৰি গ'ল। অবিৰত খোজেৰে এটা মদপী, ছিগাৰেটৰ ফুলিংগ উৰুৱাই ডুজন মানুহ পাৰ হৈ গ'ল। দূৰত দেখা গ'ল, গলিটো প্ৰধান ৰাস্তাটোত উঠিছে, নিয়ন লাইটৰ কিছু পোহৰ গলিটোলৈ সোমাই আহিছে। পোহৰলৈ তাৰ ভয় লাগিল, নিজলৈ তাৰ ভয় লাগিল, পোহৰৰ মুখামুখি হবলৈ লৈ সি যে কিমান অসহায়, দুৰ্বল আৰু অক্ষম তাকে ভাবি শিহৰিত হৈ উঠিল। সেই আশংকা আৰু অসহায়তাই তাৰ শৰীৰ আৰু মন ক্ৰমে আচ্ছন্ন কৰি তুলিলে। ...সি মন্দিটোৰ কাষ চাপিছে। মন্দিৰটোৰ পৰা ভাহি আহা সংকীৰ্তন আৰু মাংগলিক ধ্বনি ক্ৰমশঃ স্পষ্টতৰ হৈ আহিছে। আজি তাৰ বোধ হ'ল এই শব্দতৰংগৰ কল্পনাংক যেন স্বাভাৱিকতকৈ কিছু বেছি আৰু সেই তীক্ষ্ণতাই বাৰে বাৰে তাৰ মস্তিষ্ক বিন্ধি গ'ল। সি আজি আকৌ নতুনকৈ ভাবিলে মানুহবোৰে, এই স্নায়ুৰোগীবোৰে মন্দিৰটোৰ ভিতৰত কি বিচাৰি পায়? ইমান আকুলতাৰে উন্মাদৰ দৰে সিহঁতে কাক কি কব খোজে?

সি প্ৰধান ৰাস্তাটোত উঠিল। যানবাহন আৰু মানুহৰ ভিৰ কমিবলৈ ধৰিছে যদিও চহৰ এতিয়াও উদ্দাম আৱেগেৰে চঞ্চল। সমুখতে মন্দিৰটো, ভক্তসকল সোমাইছে আৰু ওলাইছে। এইটোৱেই সেই মন্দিৰ যাৰ সমুখেৰে সি অহা যোৱা কৰিছে আশৈশৱ, মন্দিৰটোৰ সমুখৰ ভক্তবৃন্দৰ ভিৰৰ পিনে চাই সদায় তাৰ চকুত ফুটি উঠিছে তীব্ৰ অশ্ৰদ্ধা, বিতৃষ্ণা আৰু শ্লেষ। এই মানুহ-বোৰক সি সদায় গণ্য কৰি আহিছে তৃতীয় শ্ৰেণীৰ জীৱ হিচাপে। অন্যমনস্ক ভাৱে, প্ৰায় নিৰ্বিকাৰ হৈ সি মন্দিৰটো অতিক্ৰম কৰি যোৱাৰ চেষ্টা কৰিলে। সি তাৰ খোজ দৃঢ় কৰিলে......

অৱশেষত এক অনিৰ্দেশ্য ইংগিতত অনিবাৰ্যভাৱে সি নিজকে মন্দিৰটোৰ প্ৰৱেশদ্বাৰত দেখা পালে। এক অদৃশ্য শক্তিয়ে লাহে লাহে তাক মন্দিৰটোৰ ভিতৰলৈ টানি লৈ গ'ল। ইফালে সিফালে চালে সি—নাই, কোনেও তাক লক্ষ্য কৰা নাই। মন্দিৰটোৰ ভিতৰে বাহিৰে অগণন ব্যস্ত, ব্যগ্ৰ ঈশ্বৰভক্ত, প্ৰায় উন্মাদ হৈ কেইজনমান সংকীৰ্তনত ৰত, কেইজনমানে সাষ্টাংগে সশ্ৰদ্ধ প্ৰণিপাত জনাইছে ঈশ্বৰৰ কৃপাপ্ৰাৰ্থনা কৰি, ফল, ফুল, ধূপ-ধুনাৰ গোন্ধ, মাংগলিক ধ্বনিৰে মন্দিৰটোৰ ভিতৰৰ বতাহ আলোড়িত। আৰু সি দেখিলে এইবোৰৰ মাজত আত্মস্থ, স্থিতধী, বিশালকায় বিগ্ৰহজনা,—যেন এই ভক্তবৃন্দৰ দুখ-দুৰ্দশা-ওজৰ আপত্তি ইচ্ছা-আকাংক্ষা তেওঁ ধৈৰ্যেৰে শুনিছে আৰু সিহঁতৰ প্ৰতি অনুচ্চাৰিত

অথচ সন্দেহাতীত প্ৰত্যয়পূৰ্ণ সঁহাৰি জনাইছে। …হঠাৎ সি বুজি উঠিল—আজি এই সময়ত তাৰ মনত এই মানুহবোৰৰ প্ৰতি, ঈশ্বৰৰ প্ৰতি কোনো তাচ্ছিল্য ভাব বা বিদ্ৰূপ জাগি উঠা নাই, বৰঞ্চ নিজেকেই বৰ সামান্য, অকিঞ্চিৎকৰ যেন বোধ হ'ল তাৰ। পুৰণি মন্দিৰটোৰ, তাৰ ভিতৰত সুপ্ৰাচীন বিগ্ৰহজনাৰ বিৰাটত্বৰ আগত নিজৰ অক্ষমতা, ব্যৰ্থতা, নৈৰাশ্য আৰু অসহায়তাই তাক ক্ৰমে ক্ষুদ্ৰৰ পৰা ক্ষুদ্ৰতৰ কৰি তুলিলে। বৰ সুন্দৰ কষ্টেৰে, তাৰ সমগ্ৰ অস্তিত্বৰে সি ঘাঁহ-বনৰ দৰে তুচ্ছ হৈ গ'ল। কোমল মাটিৰ গভীৰলৈ যি অনায়াসে গছৰ শিপা আগবাঢ়ি যায়, সেইদৰে তাৰ মাজলৈ এক সহজ অপাৰ বিস্ময় প্ৰোথিত হ'ল। লাহে লাহে তাৰ হাত দুখন প্ৰাণামৰ ভংগীৰে বুকুৰ ওচৰলৈ উঠি আহিল, মূৰটো সভক্তিৰে দোঁ খাই গ'ল আৰু কেইমুহূৰ্তমান মন্দিৰটোৰ সমুখত ৰৈ একান্ত মনেৰে সি ঈশ্বৰৰ কৃপা ভিক্ষা কৰিলে।

(প্ৰান্তিক'৮৫)

# শগুণ

"মটৰ গাড়ী।"

খবৰটো প্ৰথমে আনিলে গমুৱে। নৈৰ সিপাৰৰ আলিয়েদি সি হেনো গাড়ী এখন গৈ থকা দেখিছে। টুটু, ৰুদ্ৰ, কণ এটায়েও পোনতে তাৰ কথা বিশ্বাস নকৰিলে। এনেয়েও সি বৰ মিছা কথা কয়। পিছে অলপ পাছতে ক'ৰবাৰ পৰা বুতুৱে উধাতু খাই আহি ক'লে,—হয় সিও, দেখিছে মটৰগাড়ী এখন নৈৰ সিপাৰেদি যোৱা।

গতিকে হয়েই। তাৰমানে আজি কেইবাবছৰৰো মূৰত সিহঁতৰ গাঁৱৰ কাষেৰে মটৰগাড়ী গ'ল। পুৰণি সপোনৰ দৰেহে সিহঁতৰ মটৰগাড়ী দেখা মনত পৰে। সেই যে এবাৰ ভোট বিচাৰি হেমকান্তহঁতৰ গাইকেইজনীৰ দৰে নোদোকা মানুহকেইটামান ক'লা গাড়ী এখনত উঠি আহি গাঁও সোমাইছিলহি, সেইবাৰেই দেখা। তেতিয়া গাড়ীখন ৰৈছিলহিও বুতুহঁতৰ ঘৰৰ সমুখতে। গতিকে এতিয়া তাৰ কথা অবিশ্বাস কৰাৰ উপায় নাই। মটৰগাড়ীয়েই হয়।

কথাটো সিহঁতে আন কাকো নক'লে। অৱশ্যে লালুক খবৰটো দিবই লাগিব। গমুৱে তাক বিচাৰি আনিলে। চাংমাই বুঢ়ীৰ ঘৰৰ পিছফালৰ মধুৰি আমজোপাত উঠি লালুৱে ক'লি মধুৰি আমবোৰ খাই আছিল। চকুকেইটা ডাঙৰকৈ মেলি সি বুতুৰ মুখৰ কথাবোৰ শুনিলে, তাৰ পাছত অনৰ্থকভাৱে এসোপা অশ্লীল শব্দ তাৰ মুখেদি ওলাই আহিল। এই বয়সতেই সি এইবোৰ শব্দ ভালদৰে আয়ত্ত কৰি লৈছে; সেয়ে বাকীকেইটাই তাক সমীহ কৰিয়েই চলে। তাৰ কথাবতৰা কোৱাৰ ধৰণো বুঢ়া মানুহৰ দৰে।

"যাব লাগিব, মটৰখন চাব লাগিব।" মধুৰিআম এটাত কামোৰ মাৰি সি ক'লে। অলপপৰ ভাবি নিজকে কোৱাৰ দৰে সি আকৌ ক'লে, "কিন্তু—মটৰখন যাব কলৈ, জানটোৰ কাষত আলিটো দেখোন চিগি আছে।"

"নাহৰণিলৈ পুলিচ আহিব পাৰে গাড়ীত উঠি। ৰুদ্ৰই ক'লে।

"হু—হব পাৰে। পুলিচে কিমান মানুহ মৰিল হিচাপ কৰিবহি।"

"পিতাইহঁতে আজি কথা পতা শুনিছিলোঁ। জীয়া মানুহ হেনো এটাও নাই তাত।"

ঘটনাটো এতিয়া সিহঁতে চবেই জানে। চাৰিদিনমানৰ আগেয়ে এদিন সিহঁতে মাজৰাতি চিঞৰ-বাখৰ শুনি সাৰ পাই দেখিলে, দক্ষিণ পাৰৰ পিনে

দপদপাই জুই জলি উঠিছে। পাছদিনা পুৱা গম পালে, দক্ষিণ পাৰৰ এটা চুবুৰী বোলে পুৰি ছাই হ'ল। আকৌ যোৱা কালি পুৱা সিহঁতে শুনিলে, দক্ষিণপাৰৰ মানুহ আহি হেনো নাহৰণিৰ চৰকে কাটি থৈ গ'ল। এইবোৰ খবৰে সিহঁতৰ মনত বেছি একো প্ৰতিক্ৰিয়া সৃষ্টি কৰিব নোৱাৰে। মৃত্যুৰ ভয়াবহতাৰ স'তে সিহঁতৰ অকণো চিনাকি নাই। সিহঁতে মাথো দেখিছে, দেউতাকহঁত হাটলৈ যোৱা নাই, ৰুদ্ৰৰ ককায়েক এটা তিনিদিনমানৰ আগেয়েই দক্ষিণপাৰৰ পিনে গৈ আজিলৈকে উভতি অহা নাই, নদীৰ পানীত উটি আহিছে এটা দুটা মানুহৰ শ। খোৱা বস্তু কমি আহিছে। ৰাতিৰ ভোকটো মাৰিবলৈ সিহঁতে পুৱাই কিবা এটা খাবলৈ পায়, দিনটো পেটৰ ভিতৰত একুৰা জলা জুইৰ দৰে ভোকটো পুহি ৰাখি সিহঁতে অ'ত ত'ত ঘুৰি ফুৰে। তেনেকৈয়ে সাজ লাগে। গধূলি হওঁ-নহওঁতেই ভাত কেইটামান খাই সকলো দুৱাৰ-খৰ মাৰি সোমায়গৈ। গাঁওখন মৰিশালিৰ দৰে হয়।

"গাড়ীখন বৰ ডাঙৰ নেকি, বুকু?" লালুৱে আকৌ সুধিলে। "বল—কোন কোন যাবি! আহঁতৰ তলৰ বাটটোৰে নৈখন পাৰ হলেই আলিটোৰ চিগাডোখৰ পামগৈয়ে দেখোন।"

এনে আহ্বান প্ৰত্যাখ্যান কৰাটো বাকীকেইটাৰ বাবে টান কাম। কিন্তু সৰু ল'ৰা-ছোৱালীটো বাদেই ডাঙৰবোৰেই গাঁৱৰ বাহিৰ নোলোৱা হৈছে।

"হ গনু যাব নালাগে। পুলিচে যদি কেনেবাকৈ খেদি আহে তই জানো দৌৰিব পাৰিবি? ৰুদ্ৰই ক'লে। কিন্তু উত্তৰত গনুৰ মুখখনৰ এনেকুৱা এটা চেহেৰা হ'ল যে বেছি গণ্ডগোল হোৱাৰ আশংকাত আটাইকেইটা তাক দলত লবলৈ বাধ্য হ'ল। তাৰ সাতবছৰ পুৰা হৈছেহে মাথোন।

দৌ খাই থকা বাঁহগছৰ আগবোৰৰ তলে তলে সিহঁত আগবাঢ়িল। দহ বছৰৰ ওপৰত এটাৰো বয়স নহব। গনুৰ গাত একো নাই, সম্পূৰ্ণ নাঙঠ। লালুৰ গাত এনেকুৱাকৈ ফটা এটা গেঞ্জি যে এবাৰ তাক গাৰ পৰা খুলিলে দুনাই পিন্ধিব পৰাটো অসম্ভৱ যেন লাগে।

গোটেই বাটটো অস্বাভাৱিকভাৱে নিৰ্জন। অৱশ্যে বাটত কাকো লগ নোপোৱাটো সিহঁতে সৌভাগ্য বুলিয়েই ধৰিলে। গৰখীয়াৰ বিহুগীতৰ সুৰ, নদীৰ ইপাৰৰপৰা সিপাৰলৈ কোনোবাই মাৰি পঠিওৱা ৰিং, নদীৰ পানী ফালি ফালি আগবঢ়া নাও আৰু নাৱৰীয়াৰ বঠাৰ চাব এনে ধৰণৰ পৰিচিত শব্দবোৰ এতিয়া অশ্ৰুত। চাৰিওপিনে গৰ্ভৱতী নিস্তব্ধতা।

খালিৰ শুকান নদী। নদীৰ ঘাটটোত তুপৰীয়াটো শুই আছিল। কাপোৰ-কানি খুলি সেইবোৰ এহাতেৰে মূৰৰ ওপৰলৈ দাঙি ধৰি আটাইকেইটাই অনায়াসে নদীখন সাঁতুৰি পাৰ হ'ল। আগদিনা ৰাতি এজাক পাতল বৰষুণ দিছিল। আলিত গাড়ীৰ চকাৰ সাঁচ স্পষ্ট। গমুইঁত উৎফুল্ল হৈ উঠিল। বিজুৰ দৰে আটাইকেইটাই গাড়ীখন কিমান ভাঙৰ হব, কিমান কোবেৰে গৈছিল বৰ্ণাবলৈ ধৰিলে।

তাৰ পাছত চাৰিওফালে নিৰ্জনতা আৰু নৈঃশব্দ। ক'তো এটাও নৰ-মনিচ নাই। চৰাই-চিৰিকতিবোৰো যেন উৰি গৈছে বহুত দূৰলৈ। নৈৰ পাৰে-পাৰে এডৰা বেতনি, তাৰ কাষতে চকাকেইটা ওপৰলৈ দি গৰুগাড়ী এখন লুটি খাই পৰি আছে।

"সৌটো মানুহ!" হঠাৎ কণে চিঞৰি উঠিল। বেতনিখন পাৰ হৈয়েই সিহঁতে দেখিলে মানুহ এটা তলমূৰকৈ পৰি আছে। তাৰ পিঠিয়েদি যাঠি এপাত সোমাই গৈ মাটিত খোঁচ খাই আছে। মানুহটোৰ পিঠিত আৰু ঘাঁহনিত তেজৰ কৰাল, হাতদুখন সি এনেকৈ মেলি দিছে যেন নদীৰ পানী-খিনি চুবলৈ পোৱাটোৱেই মৃত্যুৰ আগে আগে তাৰ একমাত্ৰ ইচ্ছা।

লালুইঁত থমকি ৰ'ল। কিছুসময়ৰ পাছত মানুহটোৰ পৰা চকু আঁতৰাই সিহঁতে দেখিলে, মানুহৰ জিঘাংসাৰ বীভৎস ৰূপ সৰ্বত্ৰ। চাৰিওফালে ছাই হৈ পৰি থকা ঘৰ, আধা পোৰা গছ, বোকাত লেওসেও দি থৰ লাগি পৰি থকা এজনী উলংগ মানুহ, এটা ভেকা ল'ৰা—তাৰ ডিঙিৰ পৰা ওপৰছোৱা নাই, কলগছ এজোপাত যাঠিৰে শালি থোৱা হৈছে এটা শিশুৰ দেহ।

আলিটোৱেদি লালুইঁত আগবাঢ়িল, নিৰ্বাক হৈ। সিহঁতৰ চকুত ভয়তকৈ বিস্ময়ৰ চিন বেছি। এই মানুহবোৰ কিয় মাৰিছে, মানুহবোৰক কিয় হত্যা কৰা হৈছে সিহঁতে নাজানে, হয়তো এই মানুহবোৰেও নাজানে কিয় সিহঁত মৰিব লগা হ'ল।

"সৌখন গাড়ী। সৌৱা।" টুটুৱে চিঞৰি উঠিল। আলিটো য'ত টিগিছে, সেইখিনিদিয়েই জানটোৰ পাৰে পাৰে নামি গৈছে গৰুগাড়ী অহা যোৱা কৰা বাট এটা। জীপগাড়ী এখন সেই বাটটোৰে নামি গৈ মুকলি এডোখৰত ৰৈ আছে। প্ৰায় দৌৰি যোৱাদিয়েই গৈ গমুইঁত গাড়ীখনৰ ওচৰ চাপিল। ইতিমধ্যে গাড়ীখনৰ পৰা কেইজনমান মানুহ নামিছে।

সমুখত এডোখৰ মুকলি ঘাঁহনি। তাত পৰি আছে সৰু সৰু ল'ৰা-ছোৱালী

কেইটামানৰ স্পন্দনহীন দেহ। সিহঁতৰ গাত কোনো গুৰুতৰ আঘাতৰ চিন নাই।

"সৌটো বৰশীবোৱা ল'ৰাটো ?" বুতুৰে ক'লে। শিলিখাজোপাৰ গুৰিত যিটো ল'ৰা পৰি আছে তাৰ মুখখন সিহঁতৰ খুব চিনাকি। গন্থইঁতে দেখে প্ৰায়েই সি নৈত বৰশী পেলাই পুৱাৰ পৰা গধূলিলৈ পাৰত বহি থাকে। সি আম পাৰিবলৈও নাহে, নৈতো নাগাঁতোৰে বেছি ; তাৰ বৰশীত মাছ লগা গন্থইঁতে দেখা নাই ; কিন্তু কি তাৰ একাগ্ৰতা, কি তাৰ ধৈৰ্য্য ! এতিয়াও তাৰ মুখখন সম্পূৰ্ণ নিৰ্বিকাৰ, তাক দেখিলে এনে লাগে যেন হঠাৎ এতিয়া সি উঠি বৰশীডাল লৈ মাছ ধৰিবলৈ যাব।

"আৰে—এইকেইটা ক'ৰ পৰা ওলাইছোহ ? ভূত পোৱালি নহয়তো ?" জীপখনৰ পৰা নমা মানুহকেইজনৰ এজনে গন্থইঁতকে দেখি ৰসিকতা কৰি ক'লে। ওখ-পাখ ক্ষীণ ডেকা এজনে খুব মনোযোগেৰে ঘাঁহনিত পৰি থকা ল'ৰা-ছোৱালীবোৰ চাইছেগৈ. তেওঁৰ গাত তিনিটামান কেমেৰা ওলমিছে।

"সাংঘাতিক কাণ্ড—কি কয় ৰঘুদা ?"

"বহুত দেখিলোঁ এনেকুৱা—," ৰঘুদা বোলা হাইপাৱাৰৰ চচমা পৰিহিত মানুহজনে নিৰ্বিকাৰ স্বৰে ক'লে, "মনত নাই সঞ্জয়, সেই এবাৰ যে মালদহত···। গোটেই ইণ্ডিয়াৰ মানুহতো মোৰ ফটোবোৰ দেখি এমেইজড্। হাৰাধন বাবুৱেতো ফুৰ্তিতে মোক দুটা ছেম্পেইনেই প্ৰেজেণ্ট কৰি দিলে।"

সঞ্জয় নামৰ ৰঙা-বগা মানুহজনে সম্মতিসূচকভাৱে মূৰ দুপিয়ালে। গৰমত তেওঁৰ কপালেৰে ঘাম বৈছে আৰু তাৰ বাবে তেওঁ বাৰে বাৰে পকেটৰ পৰ ৰুমাল উলিয়াই যেন ক্লান্ত হৈ পৰিছে।

"বাপ—ৰে কি গৰম ! এই গৰমত মানুহবোৰ থাকে কেনেকৈ ? ওচৰত কল্ড-ড্ৰিংকছৰ দোকান এখনো নাইনে ?"

"আপুনিও ভাল কৈছে সঞ্জয়দা ! এইখনতো আপোনাৰ ব'ষ্টন নহয়। আপুনি দেখোন নিউয়ৰ্ক টাইমছত লিখিবই পাৰে—পৃথিৱীত এতিয়াও এনে ঠাই আছে যি গাড়ী-মটৰ অহা-যোৱা কৰিব পৰা ৰাস্তাৰ পৰা বিছ মাইল দূৰত, নিকটতম পুলিচ থানা পঁচিছ মাইল দূৰত, ইলেকট্ৰিক লাইট দেখিবলৈ যাব লাগে একত্ৰিছ মাইল !" ওখ ক্ষীণ ডেকাজনে ক'লে।

দেখিলেই বুজিব পাৰি এইবোৰ এখন বেলেগ্ পৃথিৱীৰ মানুহ। এওঁলোকৰ

কথা-বতৰা, ভাব-ভংগী, হাঁহি গন্থইতৰ বাবে সম্পূর্ণ দুর্বোধ্য। মানুহবোৰৰ গতি বিচিত্র বর্ণৰ, সুকোমল পৰিচ্ছদ, চকুত ৰঙীন চচমা, কান্ধৰ পৰা ওলমিছে কেমেৰা আৰু টেপ ৰেকৰ্ডাৰ ; তাৰ উজ্জ্বল অংশবোৰৰ পৰা চিটিকি আহিছে ৰ'দৰ ঝিলিক।

"আচ্ছা—আচ্ছা, স্নেপকেইটা লৈ লোৱা ধামধুম। এই গছকেইজোপাৰ ছাঁ অলপ পাছতে এইখিনিত পৰিবহি। ইউনিফর্ম লাইট নহ'লে ফটোবোৰ ভাল নহয়গৈ।" ৰঘুদাই কৈ উঠিল।

মানুহকেইজন ব্যস্ত হৈ পৰিল। ওখ ক্ষীণ ডেকাজনে অভ্যস্ত হাতেৰে কেমেৰা ঠিকঠাক কৰিলে। দামী কেমেৰাবোৰ সূর্য্যৰ পোহৰত চিকমিকাই উঠিল।

"সোনকালে যে পাহুলোঁহি, খুব ভাল হ'ল। কাইলৈকে এইখিনি ঠাই গেলা মঙহৰ গোন্ধত থাকিব নোৱাৰা হব। যি ৰ'দ আৰু গৰম! কি কোৱা লীমা—"

"মইতো ভাল বাচি গলোঁ। গোন্ধ-চোন্ধ মোৰ একেবাৰে সহ্য নহয়। সেই অক্ষৰ ছাইক্ল'নৰ সময়ত, মনত নাই হেমেন দা, মইতো দুদিন একো খাব পৰা নাছিলোঁ।"

"হেমেন—" ৰঘুদাই চিঞৰিলে, "সেই মানুহটো যে, ল'ৰাটো আগত লৈ কান্দি আছে, তাৰ লগত কথা পাতিছিলা নেকি?"

"আগত পৰি থকা ল'ৰাটো তাৰ পুতেক। ঘৈণীয়েকো মৰিল হেনো—।"

"অৰুণ, স্নেপ এটা লোৱা হ'লনে তাৰ?"

"ললোঁ ৰঘুদা," ওখ-ক্ষীণ ডেকাজনে কলে। "ওহো—ববা। ল'ৰাটো-চোন মৰা নে জীয়া ধৰিবই নোৱাৰি। ই মৰিল কেনেকৈ? কোনো ইনজুৰিৰ চিনতো নাই গাত। এটা কাম কৰা অৰুণ, মানুহটোক সেই ল'ৰাটোৰ ওচৰলৈ লৈ আহাঁ—। সেই ল'ৰাটো—পেটত যে কাঁড় এডাল সোমাই আছে। লৰালৰি কৰা, ইপিনে নগাঁৱঁত ভট্ট বৈ থাকিব বুলিও কৈছিল, অলপ জলযোগৰ ব্যৱস্থাও কৰিব হেনো।"

"ৰঘুদা—" লীমা বোলা গৰাকীয়ে ক'লে, "খাঁচীৰামত এবাৰ ঠিক এনেকুৱা এটা ঘটনা,—সেই যে হৰিজনৰ গণ্ডগোলটো, মনত আছে নে?"

"নাই ভাই—কিমান এনেকুৱা ঘটনা এই শর্মাৰ কেমেৰাৰ আগেৰে পাৰ হৈ গ'ল, কিমান মনত ৰাখিবা!"

ওথ ক্ষীণ স্তেকাজন অলপ অসুবিধাত পৰিছে। তেওঁ আটাইবোৰ ল'ৰা-ছোৱালীৰ মৃতদেহ সামৰি যোৱাকৈ ফটো এখন তুলিব খুজিছে। তেওঁৰ কপালত চিন্তাৰ ৰেখা, তেওঁ এটা ভাল এংগল বিচাৰি পোৱা নাই।

"হেমেনদা—মাজৰ পৰা ডে'ড বডি কেইটামান তুলি আনি এইপিনে থবহি নোৱাৰিনে? যিটো এংগলৰ পৰাই স্নেপ নলওঁ, এফালে বহুত স্পেচ খালী বৈ যায়। গোটেই ফটোখন জুৰি গোটেইবোৰ ডে'ড বডি দেখা গলেহে এই ছিনটো কিমান ড্রে'ডফুল বুজা যাব।"

"ওহোঁ—ওহোঁ—", সঞ্জয় বোলা জনে প্ৰতিবাদ কৰিলে। "মাজৰ পৰা বডিবোৰ উঠাই আনিলেও কথাটো বৰ ঠিক নহব। মাজত গেপবোৰ থাকিলে ফটোখনে মানুহক হৰিফাই কৰিব নোৱাৰিবগৈ।"

মানুহকেইজন এইবাৰ সঁচাই চিন্তিত হৈ পৰিল। স্বয়ং ৰঘুদায়ো নিজে কেমেৰা লৈ বিভিন্ন দিশৰ পৰা টোৱাই চালে। যেন নিৰাশ হৈয়েই তেওঁ কেমেৰাটো পুনৰ কান্ধত ওলোমাই থলে। লীমা বোলা গৰাকীয়ে কিন্তু স্থিৰ দৃষ্টিৰে গন্থহঁতৰ পিনেহে চাই আছিল "শুনকচোন হেমেনদা—" তেওঁ কলে, "আইদিয়া এটা মূৰত খেলাইছে, কিন্তু—"

অসমীয়া যেন লগা তপা মানুহজন আৰু বাকীকেইজনো কাষ চাপি আহিল। লীমাই অস্ফুটস্বৰে তেওঁলোকক কিবা এটা কলে। আটাইকেইজনৰ মুখ উদ্ভাসিত হৈ উঠিল। ৰঘুদাই লীমাৰ গাত চপৰিয়াই প্ৰশংসাসূচক কিবা এষাৰ ক'লে। কাৰো কপালত এতিয়া চিন্তাৰ ৰেখা নাই। হেমেন বোলাজন হঠাৎ গন্থহঁতৰ পিনে ঘূৰিল—

"ভাইটিহঁত এইপিনে আহাচোন—" এইবাৰ তেওঁৰ মুখত অসমীয়া মাত। "একো নহয় আহা—"

গন্থৰে লালুৰ হাতত খামোচ মাৰি ধৰিলে। সিহঁত সন্ত্ৰস্ত হৈ উঠিল।

"বেচেৰাহঁতে বৰ ভয় খাই আছে, নাহিব নেকি?" অৰুণ বোলাজনে কলে।

"আহিব,—নাহি ক'লৈ যাব ইহঁত? চাওঁ—আপেলৰ বেগটো দিয়াচোন।" হেমেনদাই গাড়ীৰ ভিতৰৰ পৰা বেগ এটা আনি তাৰ পৰা কেইটামান আপেল উলিয়ালে। বঙা, পূৰঠ আপেল কেইটা দুপৰীয়াৰ বেলিৰ পোহৰ পৰি চকমকাই উঠিল। "এইপিনে আহা ভাইটিহঁত,—এয়া লোৱা।"

মন্ত্ৰমুগ্ধৰ দৰে শালু আগবাঢ়ি আহিল। তাৰ পিছে পিছে কদ্ৰ, বুতু, গমু··· । সিহঁতৰ পেটৰ ভিতৰৰ জুইকুৰা দপদপাই জ্বলি উঠিল। সিহঁতৰ চকু আপেলকেইটাত স্থিৰ।

"ঠিক আছে—তোমালোকক এটা এটা আপেল দি দিম—" কিন্তু তাৰ আগেয়ে ভাল ল'ৰাৰ দৰে এইখিনিতে শুই পৰাচোন ভাইটিহঁত।"

প্ৰায় জোৰ কৰিয়েই হেমেন, লীমা, ৰঘুদাহঁতে গমুহঁতক মাটিত শুৱাই দিলে। বৰশীবোৱা, আমথকুৱা সেই ল'ৰাকেইটাৰ নিস্পন্দ দেহকেইটাৰ সৈতে একেলগে। চৰ্মসাৰ দেহ, আতংকগ্ৰস্ত মুখ, জীৰ্ণ কাপোৰ-কানিৰে গমুহঁত মৃতদেহবোৰৰ লগত একাকাৰ হৈ গ'ল।

জবালৰিকৈ কোনোবা এজনৰ কেমেৰাই ক্লিক শব্দ এটাৰে সেই লোমহৰ্ষক দৃশ্যটো আৱদ্ধ কৰি ৰাখিলে।

"এবাৰ গডাৰ্ডৰ ছিনেমা এখন চাইছিলোঁ, 'দ্য লাক্ৰছ প্লেয়াৰছ' আছিল নেকি, ঠিক এইৰকম এটা দৃশ্য—। এখন স্কুল-বাছৰ এক্সিডেণ্ট, চাৰিওপিনে চিটিকি পৰিছে বাচ্ছাবোৰ, এটাই তেতিয়াও স্কুলবেগটো খামোচ মাৰি ধৰি আছে, কিতাপ-বহীবোৰ ডুবি আছে তেজত; বাঃ, কি টেৰিফাইং ছিন। মুঠতে গডাৰ্ডে পৰিবেশ এটা ক্ৰিয়েট কৰিব জানে।" ৰঘুদাই কলে। পুনৰ সেই নিৰ্বিকাৰ মুখ।

"আপুনি গডাৰ্ডৰ লেটেষ্ট ফিল্মখন চালেনে—অল এবাউট মিছেছ কেবে"

গমুহঁত থিয় হ'ল। শালু সেই ৰবশীবোৱা ল'ৰাটোৰ ওচৰতে শুই পৰিছিল, থিয় হৈ সি ল'ৰাটোৰ স্পন্দনহীন দেহটোলৈ স্থিৰ দৃষ্টিৰে চালে। তাৰ পাছত সি নিজৰ আৰু গমু-বুতুহঁতৰ দেহকেইটাৰ ওপৰেৰে চকু ফুৰাই গ'ল। ওখ ক্ষীণ ভেকাজনে বেগটোৰ পৰা এটা এটা অপেল সিহঁতকেইটালৈ দলিয়াই দিলে।

"বৰ দেৰি কৰিছাহে অৰুণ, নগাঁৱত ভট্ট বৈ বৈ ব'ৰ হৈ যাব।" ৰঞ্জন বোলাজন অধৈৰ্য্য। "আকৌ যদি তাতে লাৰীঘাট যাব লগা হয়—"

"লাৰীঘাট নহয় ৰঞ্জনদা, লাহৰীঘাট—" লীমাই হাঁহি হাঁহি শুধৰাই দিলে। "নামবোৰো এটা এটা প্ৰব্লেম। তথাপি এই মানুহবোৰক ক্ৰবছুনেট বুলিব লাগিব, এনেয়েতো কেতিয়াও সিহঁতৰ গাঁৱৰ কথা পৃথিৱীয়ে শুনিলে- হেঁতেন। এতিয়া এইবোৰ গাঁৱৰ নাম পেপাৰবোৰৰ হেডলাইনত।"

জীপ ষ্টাৰ্ট হ'ল। অবাক দৃষ্টিৰে গমুহঁতে দেখিলে—কেনেকৈ জীপৰ ইঞ্জিনে

গৰ্জি উঠে, ধোঁৱা ওলাই আহে, চকা ঘূৰে, ক্ৰমে ক্ৰুতগতিৰে কেনেকৈ গাড়ী-খনে চপলিয়াই যায় গাঁৱৰ নিষ্পাপ ধূলি উৰুৱাই উৰুৱাই…

গম্বুৰ হাতত থকা আপেলটোৰ আয়তন ক্ৰুতগতিৰে হ্ৰাস পাই আহিছে। অনাস্বাদিত সেই ৰস আৰু গোন্ধে সিহঁতক কেইমুহূৰ্তমানৰ বাবে হতবাক কৰি পেলালে। যেতিয়া নদীৰ ভাঁজটোৰ কাষেৰে ধূলি উৰুৱাই উৰুৱাই জীপখন অদৃশ্য হৈ গ'ল, তেতিয়ামানে সিহঁতৰ হাতৰ আপেলকেইটাও নিঃশেষ হৈ গৈছে।

জিভাত সেই অপূৰ্ব আস্বাদ আৰু চকুত মটৰগাড়ীখনৰ দৃশ্য কিছুসময়ৰ বাবে আবদ্ধ কৰি ৰাখি গম্বুহঁতে ঘৰলৈ বুলি খোজ ল'লে।

( প্ৰান্তিক '৮৮ )

# ব্যক্তিগত আৰু নৈৰ্ব্যক্তিক

দীৰ্ঘ সৰীসৃপৰ দৰে ৰেলগাড়ীখন উপত্যকাটোৰে আগবাঢ়ি আহে, লাহে লাহে ধীৰ হৈ আহে তাৰ গতি, অস্ত সূৰ্যৰ ম্লান পোহৰ ডবাটোৰ ভিতৰতে বৈ বৈ নাচিছে, ডবাটো প্ৰায় শূন্য, নিদ্ৰাৰত দুজন যাত্ৰী, সামান্য কেইটামান বয়-বস্তু········

খিৰিকিৰ কাষত বহি অনাদিয়ে শুনে, ৰেলগাড়ীৰ ইঞ্জিনৰ ছন্দোময় শব্দ ক্ৰমশঃ ধীৰ হৈ আহিছে। অদূৰত এটি ক্ষুদ্ৰ বিন্দুৰ দৰে ৰেল ষ্টেচনটো, বিয়লিৰ ম্লান আকাশ, আদিগন্ত উন্মুক্ত পথাৰ, দূৰৈত কৰ্মৰত দুই এটা মানুহৰ বিন্দু সদৃশ প্ৰক্ষাইল, সেউজীয়া ধাননিৰ পাৰ হৈ প্ৰসাৰিত সুদূৰ দিগন্তৰ নিবিড় ঐশ্বৰ্যৰ পিনে বিস্ময় বিৰল দৃষ্টিৰে চাই ৰয় সি। দিনটোৰ ৰ'দৰ পিছত হয়তো এইমাত্ৰ এজাক বৰষুণ হৈ গ'ল, ৰাস্তাৰ পৰা ভাপৰ দৰে কিবা উৰি উৰি আছে। সদ্যস্নাত গছবোৰ বতাহত কঁপি থাকে, বিবৰ্ণ আকাশেৰে এটুকুৰা কজলা মেঘ উৰি যায়।

··· তাৰ পিছত দ্ৰুত আগবাঢ়ি আহে চিগনেল লাইটৰ খুটা, কেইটামান পৰিত্যক্ত লাইনচ্যুত ডবা। আন ষ্টেচনৰ দৰে কোনো ব্যস্ততা নাই, নাই কোলাহল, এখন ভঙা ইটাৰ দেৱাল, 'দুটা সৰু সৰু ঘৰ দ্ৰুত আগুৱাই আহিল, প্লেটফৰ্মত ক'লা কোট পিন্ধা গাৰ্ডজাতীয় মানুহ দুজন, অলসভাৱে শুই আছে দুটা কুকুৰ, টেপ এটাৰ পৰা অবিৰত পানী পৰিছে···।

ষ্টেচনৰ পৰা ওলাই সি অকণমান সময় ৰ'ল। শিলগুটি দিয়া ৰাস্তাটোৰেই যোৱাৰ কথা কৈছিল তাক। তথাপি নিশ্চিত হোৱাৰ বাবে সি কৰোবাক সুধি লোৱাৰ কথা ভাবিলে। ৰাস্তাৰ কাষৰ পাণ দোকানখনত কেইজনমান মানুহ। ওচৰৰ চাহ দোকান এখনত উচ্চ স্বৰত হিন্দীগান বাজিছে।

ন-পাৰাৰৈ কিমান দূৰ যাব লাগিব ?

মাজ বয়সীয়া মানুহ এজনে তাৰ পিনে চালে। চচমা পিন্ধা ক্ষীণ মানুহজন। এহাতে চাইকেল এখন ধৰি আছে। ন-পাৰালৈ যাব? তেওঁ সুধিলে। কিছু দূৰ যাব লাগিব, আজাৰ ভালদৰেই হ'ব পায়গৈ মানে। চাইকেলখন গাতে আউজাই মানুহজনে চচমাযোৰ খুলিলে, পাঞ্জাবীৰ আগেৰে চচমাৰ গ্লাছ মুচিলে।

ৰাস্তা এইটোৱেই নহয় জানো ?  অনাদিয়ে আকৌ সুধিলে।

এইটোৱেই।  মানুহজনে ক'লে।  খোজকাঢ়ি যাবলৈ হ'লে এইটো বাটেই চমু।  মানুহজনৰ পাঞ্জাবীটোৰ ওপৰত এটা পুৰণি গলাবন্ধ কোট,  দুই এঠাইত চিলাই পৰিছে।  চাইকেলখনৰ কেৰিয়াৰৰ পৰা তেওঁ মোনা এটা উলিয়ালে।

চাৰি বজাৰ বাছখনতে যাব পাৰিলেহেঁতেন।  পিছে সেইখন পাব হৈ যোৱাৰো বহু সময় হ'ল। মানুহজন যেন তাৰ কাৰণেই চিন্তিত হ'ল। চাইকেল-খন ষ্টেণ্ড কৰি তেওঁ চিন্তিতভাৱে অনাদিৰ পিনে চাই ৰ'ল।

ধন্যবাদ।  সি ক'লে, মই গৈ থাকোঁ বাৰু।  খোজ কঢ়াৰ অভ্যাস আছে।

এৰা, সোনকালে গৈ থকাই ভাল।  আপুনি এইটো ৰাস্তা নেৰিব। বজাৰ-খনৰ ওচৰৰ তিনি আলিটোত ঘূৰি পোনে পোনে যাবগৈ।

সূৰ্য তেতিয়া দিগন্তত ঢলি পৰিছে।  মহাশূন্যৰ বিন্দুৰ পথ পৰিক্ৰমাত ক্লান্ত তাৰ শৰীৰ।  তাৰ বিশীৰ্ণ মুখ মণ্ডলৰ পৰা বিষাদ পাণ্ডু ক্ষীণালোক প্ৰকৃতিত বিয়পি পৰিছে।

এৰা, সি সোনকালে ন-পাৰা পাবগৈ লাগিব।  পাওঁতে ৰাতি হ'বগৈ। আৰু সি উভতিবও লাগিব আন্ধাৰৰ মাজতে।  যদি হে কামটো ঠিকে-ঠাকে হয়গৈ! মোহন দত্ত!  নামটো আকৌ আওৰালে সি।  ন-পাৰাৰ মোহন দত্ত।

ৰাস্তাৰ গৰাবে গৰুৰ বিৰাট পাল এটা উঠি আহিল, দুটা অকণমান ল'ৰাই জাকটো খেদি আনিছে।  অনাদিয়ে সিহঁত দুটালৈ চালে।  খুব চিনাকি যেন ল'ৰা দুটা।  আচলতে তাৰ মনত পৰিল তাৰ শৈশৱ, তাৰ গাৱঁৰ কথা।  কি দুৰ্বহ দিন আছিল সেইবোৰ, কি কষ্টত সিহঁতে দিন পাৰ কৰিব লাগিছিল। সি আছিল ঘৰৰ ডাঙৰ ল'ৰা।  খেতিৰ ধানে কোনো দিনেই বছৰটো যোৰা নাছিল সিহঁতৰ, দেউতাক এজমাৰ ৰোগী—কষ্টও কৰিব নোৱাৰে বেছি। বাৰ মাইল দূৰৈৰ টাউনৰ মেলালৈ দেউতাকে তাক এবাৰ চাইকেলত তুলি লৈ গৈছিল, সেই বাৰেই সি প্ৰথম দেখিছিল চহৰ, বৰ্ণাঢ্য মেলা মানুহৰ ঐশ্বৰ্য্য। উভতি আহোঁতে দেউতাকৰ চাইকেলৰ আগত বহি সপোন দেখিছিল সি, গাৱেঁ-গাৱেঁ এদিন সি সেই মেলাৰ ৰঙ-আনন্দ-ঐশ্বৰ্য্য ভগাই দিব, নাগৰ দোলাত তাৰ গাৱঁৰ সকলো মানুহ উঠি হা-হা কৈ আনন্দত এদিন হাঁহি উঠিব।

তাৰ পিছত এদিন দেউতাক ঢুকাল।  তাৰ বয়স পোন্ধৰ ষোল্ল বছৰ তেতিয়া।  সৰু সৰু ভনীয়েক দুজনী ভায়েক এটা।  মাকক ধৰি সকলোৱে তাৰ মুখৰ পিনে হা-কৈ চাই আছে।

মেট্ৰিকটো পাছ কৰি আৰু পঢ়িব নোৱাৰিলে সি। চাকৰি বিচাৰি চহৰে চহৰে ঘুৰিলে। কি ভয়ঙ্কৰ অৱহেলা আৰু লাঞ্ছনাৰ দিন সেইবোৰ।

তাৰ পিছত উদভ্ৰান্তৰ দৰে ঘুৰি ফুৰি ক্লান্ত হ'ব খোজোতেই এদিন অনাদিয়ে হঠাতে লগ পালে কানু মহন্তক-কানুদাক। মৰাণৰ সেই তৰা ভৰা আকাশৰ তলত কানুদাৰ ব্যাখ্যাত সি বিচাৰি পালে এখন অন্য পৃথিৱীক, এক অন্য জীৱনক। সেই জীৱন যি জীৱন লক্ষ লক্ষ মানুহৰ সৈতে জড়িত সেই জীৱন যাক লৈ বাচি থাকিব পাৰি।

বিপ্লৱ! বিপ্লৱ শব্দটোৱেই কি নিচাৰ দৰে। বিদ্যুৎ চমকৰ দৰে সেই শব্দটো যতবাৰ উচ্চৰিত হয় যিমান বাৰ শিহৰিত হয় অনাদি। উত্তেজিত হয়। নিচাসক্তৰ দৰে এক অপাৰ্থিৱ আলোক-আন্ধাৰৰ পৃথিৱীৰ পিনে বাক্‌হীন হৈ চাই ৰয় সি। বিপ্লৱ! এই শব্দটোৰ কাৰণেই সি সকলো কৰিব পাৰে। কিমান কষ্টৰ দিন পাৰ হৈ গ'ল, এৰি থৈ আহিল সি নিজৰ গাঁও, আত্মীয় স্বজন! কিমান বাৰ ৰক্তাক্ত কৰিলে তাৰ হাত! সি জানে এই পথেই সেই বিপ্লৱৰ পথ। কানুদাই কয়, পথ নেদেখুৱাকৈ লক্ষ্যলৈ আঙুলিয়াই নিদিবা। বেলেগ বেলেগ পথে লক্ষ্যৰ পৃথক পৃথক ছবি তুলি ধৰিব পাৰে।

তাৰ পিছত সন্তৰ্পণে পৃথিৱীৰ শৰীৰলৈ আন্ধাৰ নামি আহিল, যেন নিয়তিৰ দৰে অমোঘ। চাৰিওপিনে ধাতুৰ দৰে কঠিন আন্ধাৰ ৰৈ থাকে। বাটটো নিৰ্জন, দুকাষৰ গছ-বন নিঃশব্দ। হঠাৎ ওচৰতে শিয়ালে হোৱা দি উঠে। দূৰৈৰ গাঁওৰ পৰা কুকুৰৰ ক্ষীণ ভুকনি শুনা যায়। ক্ৰমশঃ আন্ধাৰে অনাদিৰ শৰীৰ আচ্ছন্ন কৰি আনে।

তাৰ স্মৃতি পটলৈ ভাহি আহে স্কুলত অৱহেলাৰে পঢ়া কোনো পাঠ! মনলৈ আহে তাৰ বিস্মৃত কবিতাৰ টুকুৰা—। অনাদিয়েওতো কবিতা লিখিছিল আগেয়ে দুখন আলোচনীত দুটা কবিতাও প্ৰকাশ পাইছিল তাৰ··· · অৱশ্যে আজি কালি আৰু সি কবিতাৰ পৰা বহু দূৰৈত······ৰঙীন আৰু ধনুৰ দৰে বেঁকা এখন সাকোঁ, তাৰ সিপাৰেই বন্ধ দুৱাৰ, কবিতাৰ বন্ধ অৰ্গল আৰু সুখুলিৰ সহজে। কতবাৰ ব্যৰ্থ কৰাঘাত কৰে সি। কিন্তু দূৰ অন্তৰীক্ষ, য'ত এক মায়াময় জগতত কবিতাৰ শৰীৰ নিৰ্মাণ হয়, তাৰ পৰা আৰু সাৱলীল সৰীসৃপৰ দৰে কবিতাৰ শাৰীবোৰ নামি নাহিব কেতিয়াও·····

এতিয়া তাৰ মুখ কঠিন, বুকুৰ মাজত শিলৰ দৰে কিবা এটা ভৰ কৰি থাকে ধাতুৰ তাঁৰৰ দৰে তাৰ শিৰা-উপশিৰা, এতিয়া যে সি এই আন্ধাৰৰজমাদ্ত

আগবাঢ়ি গৈছে—মাথোঁ। কাহুদাৰ নিৰ্দেশ পালন কৰিবলৈ। ন-পাৰাৰ মোহন দত্ত। প্ৰতি বিপ্লৱী কাৰ্যকলাপত লিপ্ত তেওঁ। অনাদিহঁতৰ সংগঠনে এনে কাৰ্যকলাপ সহ্য নকৰে। সমাজৰ বাবে মোহন দত্তৰ কোনো প্ৰয়োজন নাই। মানুহটোক আঁতৰ কৰিলেই বিপ্লৱৰ বাটৰ আৰু এডাল হেঙাৰ আঁতৰ হ'ব।

তাৰপিছত ঘন আন্ধাৰে আকৌ ঢাকি ধৰে চৌদিশ, দূৰৰ গাৱঁত টিমিক-টাকাম এটা দুটা চাকি, ঘন কুঁৱলীয়ে চাৰিওপিনে আৰি দিছে অস্পষ্টতা, অস্পষ্ট ৰাস্তা ঘাট, জলাশয়, কাষৰ এজোপা গছৰ পৰা ধপ ধপাই এটা বাদুলী উৰি গ'ল······ঠাণ্ডাও পৰিছে যথেষ্ট, এড়ী চাদৰ টানি গাত ভালদৰে মেৰিয়াই লওঁতেই অনাদিৰ হাতত স্পৰ্শ লাগিল সেই ধাতুৰ শীতলাৰ, নাইন এম এমৰ বিভলভাৰটোৰ। বাওঁথনেৰে কঁকালৰ খোচনিত থকা বিভলভাৰটো খামুচি ধৰিলে সি, এই আন্ধাৰ এই নিঃশব্দতা এই নিঃসংগ শীতলতাৰ মাজেৰে আগবাঢ়ি যোৱাৰ বাবে অনাদিক সাহস দিছে এই বিভলভাৰ টোৱেইতো!

দূৰৈৰ পৰা সি এখন চাইকেল অহাৰ শব্দ শুনে। শুনে টিলিঙা আৰু চাইকেলখনৰ জীৰ্ণতাৰ শব্দ ·· ·· ।

আপুনি এইখিনি পাইছেহিহে নেকি? মানুহজন চাইকেলৰ পৰা নামিল। ৰাস্তাৰ খেলি মেলি হোৱা নাই চাগে নহয়নে?

মানুহজন ওচৰ চপাত অনাদিয়ে দেখিলে, ষ্টেচনৰ ওচৰৰ পাণ দোকানখনত সি লগ পাই অহা মানুহজনেই—চচমা পিন্ধা, পাঞ্জাবীৰ ওপৰত পুৰণি গলাবন্ধ কোট।

আপুনি এই পিনেই থাকে নেকি? অনাদিয়ে লাহেকৈ সুধিলে।

এৰা, মোৰ ঘৰো ন-পাৰাতেই, মানুহজনে চাইকেলখন খেলি খেলি অনাদিৰ লৈস্তে খোজ দিলে। আপুনি বাৰু কাৰ ঘৰলৈ যাব?

মোৰ এজন বন্ধু আছে তাত। তাকহে লগ ধৰিব লাগে।

কাৰ ঘৰৰ বাৰু? দেউতাকৰ নাম কি? মানুহজনে স্বাভাৱিক উৎসুক্য প্ৰকাশ কৰিলে।

দেউতাকৰ নামতো নাজানো। মিছা কথা কোৱাৰ সময়ত অনাদিৰ সদায় মাতটো কঁপে। তাৰ নাম মুকুল-মুকুল নাথ।

নাথ-নাথ। তাৰ পিছত মানুহজনে অলসভাৱে হাঁহিলে, অৱশ্যে ন-পাবা অঞ্চলটো বিৰাট, তাতে শেহতীয়াকৈ নতুন কেইবাঘৰো মানুহ আহি বহিছেহি। আপুনি এটা কাম কৰিব, এই ৰাস্তাটো নেৰিব। পোনে পোনে গৈ থাকিলেই আপুনি পাব সাপ্তাহিক বজাৰখন। বজাৰখন পাব হৈয়েই তিনি আলিটো, তাতে সোঁ হাতে ঘুৰিব। তাৰপৰা একেবাৰে নাকৰ পোনে পোনে বাট। অসুবিধা নহয় তো।

নাই নাই, ধন্যবাদ, মই ঠিকেই ওলাবগৈ পাৰিম।

ক'ব পৰানো অহা হৈছে বা? মানুহজনে আকৌ সুধিলে।

সুন্দৰবৰী। সি আকৌ মিছা মাতিলে।

সুন্দৰবৰী? বহু দূৰ দোখান। আপুনি তাৰ মানে মেইল গাড়ীখনত আহিল।

হয়, বাতিটো ইয়াতে থাকি কাইলৈ উভতিম।

মানুহজনে কিছুসময় নিঃশব্দে তাৰ সৈতে খোজকাঢ়ি গ'ল। মাথো ভুয়োৰে খোজৰ শব্দ, চাইকেলৰ জীৰ্ণতা শব্দ। মাজে মাজে দুই এটা জিলিয়ে তীক্ষ্ণ চিঞৰি উঠিল। হঠাৎ মানুহজনে কৈ উঠিল, এইছোৱা মোৰ চাইকেলতে উঠি লব পাৰে দেখোন। অচিনাকি ঠাই—কিছু সোনকালেও পাবগৈ। একে-বাৰে ন-পাবালৈকে আপোনাক লৈ যাব পাৰিলোহেঁতেন, পিছে মই আকৌ বৰডুবিত মানুহ এঘৰত সোমাব লাগিব—কিবা ক'পাবটিভৰ লেঠা এটাত। আপুনি অন্তত বজাৰৰ তিনি আলিলৈকে মোৰ লগতে যাব পাৰিব।

নাই, নাই—অনাদিয়ে তীব্ৰ আপত্তি কৰিলে, মই খোজকাঢ়িয়ে যাব পাৰিম। অভ্যাস আছে।

তথাপি মানুহজনৰ ব্যক্তিত্বত এনে কিবা এটা আছিল যে, অনাদিয়ে বেছি আপত্তি কৰিব নোৱাৰিলে। পুৰণি চাইকেলখনৰ সমুখত বাৰডালত বহিল সি। সন্তৰ্পণে—এড়ী চাদৰৰ তলত বিভলভাৰটো ঠিকেই লুকাই আছে। পথাৰৰ মাজৰ ওখোৰা মোখোৰা ৰাস্তা, হঠাৎ একোটা গাঁত, মাজতে এডোখৰ টিপা, অৰাজীৰ্ণ দলং ...... ..

কষ্ট পাইছে চাগে। মানুহজনে আকৌ ক'লে। আমাৰ আকৌ এনেদৰে অহা-যোৱা কৰাটো অভ্যাস হৈ গৈছে। মানুহজনে আন্ধাৰতে হাঁহে।

আপোনাৰ নামটো সোধাই নাই নহয়। অনাদিয়ে সন্তৰ্পণে সুধিলে।

গর্গ দত্ত। পিছে ওচৰ পাজৰৰ মানুহে মোক······প্ৰচণ্ড জোকাৰ এটাৰে চাইকেলখন গাঁত এটাত পৰিল। লগে লগে সৰি পৰিল চেইন ভালো।

এমাই আমাৰ ৰাস্তাৰ অৱস্থা বুজিছে। কিমান চেষ্টা কৰিলো আমি কেইজনমানে, কিমানৰ হাতে ভৰিয়ে ধৰিলোঁ, নাই ৰাস্তা কেইটা ঠিক নহ'ল আৰু বুজিছেনে। গৰ্গ দত্তই ক'লে। কিমান চৰকাৰ আহিল, কিমান গ'ল। কাৰো কোনো কাণষাৰ নাই বুজিছেনে? এতিয়া আমি দুজনমানে এখন ক'পাৰেটিভ আৰম্ভ কৰিলোঁ, পিছে সঁহাৰি বৰ কম।

আকৌ সিহঁতৰ যাত্ৰা আৰম্ভ হ'ল। এতিয়া কি শুনিছো জানে, এই ৰাস্তাৰে দিনটোত এবাৰ অহা-যোৱা বাছখনো হেনো বন্ধ হৈ যাব। অন্য এটা ৰাস্তা ল'ব। তাৰ পিছত মানুহজন মনে মনে থাকে। গুণ, গুনাই এবাৰ ঘোষা গায় ······ তোমাৰেসে অবিদ্যায়ে আমাক মোহিলে। হৰি, কৰিয়োক মায়াক উচ্ছন্ন·········

তেতিয়াই অনাদিয়ে এটা সুগন্ধ পায়, যেন এক প্ৰাচীন সুগন্ধ, সেই গোন্ধ তাৰ চিনাকি। তাৰ দেউতাকৰ শৰীৰৰ গোন্ধ সেইটো। সেই গোন্ধটো এইখিনি পালেহি কেনেকৈ? সেই যে চহৰৰ মেলাৰ পৰা দেউতাকৰ চাইকেলত উঠি সি সপোন দেখি দেখি উভতি আহিছিল, সেই গোন্ধ আৰু স্মৃতি আজি পুনৰ উভতি আহিল··· ····

সেই এটা জীৱন, আজি কি অদ্ভুতভাৱে মৃত তাৰ বাবে, অথচ সেই স্মৃতি তাৰ তো হেৰাই যোৱা নাই। চেতনাৰ কোনো এক স্তৰত পৃথিৱীৰ বহু প্ৰাচীন শিলাস্তৰৰ দৰে লুকাই আছে এতিয়াও। যিদৰে সৌ বিৰাট পাহাৰ কোটি কোটি বছৰ আগৰ ভূস্তৰৰ সৈতে সম্পৰ্কচ্যুত নহয়। সেইদৰে জীৱনেও হেৰুৱাব নোখোজে একো, মাথো লুকাই থাকে আৰু তাৰ ওপৰত স্তৰীভূত হয় জীৱনৰ নিত্য-নতুন অভিজ্ঞতা। জন্মৰ প্ৰথম দিনৰ শিশু যিদৰে জীয়াই আছে অনাদিৰ মাজত, সেইদৰে জীয়াই আছে প্ৰতিটো হাঁহি-অশ্ৰু-আনন্দ বেদনাৰ অভিজ্ঞতাও। সুন্দৰ অতি অন্তৰংগ এটি তৰাৰ দৰে উজ্জলতাৰ স্মৃতি।

এয়া বজাৰ পালোহি। মানুহজনৰ মাতত তাৰ সম্বিত ঘুৰি আহিল।

ধন্যবাদ। এইখিনি মই নিজেই গুলাবগৈ পাৰিম। বহুত ধন্যবাদ আপোনাক।

আপোনাক একেবাৰে থৈ আহিব পৰাহেঁতেন ভালেই আছিল। পিছে ইয়াত মোৰ কিমান সময় হয়গৈ ঠিকেই নাই। মানুহজনে আন্তৰিকভাৱে

ক'লে, পিছে ৰাস্তাটো এতিয়া লুঙ-লুঙীয়া হ'বগৈ। বাট হেৰাব পাৰে চাব। মূঠতে কিছু আগলৈ গৈ নদী পালেই পাবে পাৰে খোজ দিব। আৰু পাৰিলে মোৰ ঘৰতো এপাক সোমাব, পিছে গাঁৱ'ত মোৰ নাম

হ'ব, হ'ব। অনাদিয়ে কলাগিলে, সময় পালে নিশ্চয় আপোনাৰ ঘৰ ওলামগৈ। বৰ ভাল লাগিল লগ পায়। ধন্যবাদ!

মানুহজন যোৱাৰ পিছতো অনাদি কিছুসময় বৈ থাকিল। পিয়াহ লাগিছে। লাহে লাহে ভোকো লাগি আহিছে। এতিয়া সি জিৰাবলৈও সময় নাপাব। আনকি নদীৰ পাৰৰ ৰাস্তাটো উলিয়াবলৈ গৈ দুবাৰকৈ বাট হেৰুৱালে সি। ন-পাবা পাওতে বেচ ৰাতিয়েই হ'ল। কিছু সময় ইফালে সিফালে ঘূৰি ফুৰিলে সি।

মোহন দত্তৰ ঘৰ কোনটো? চাও এখনৰ কাষত তিনিজন মানুহে জুই পুৱাই আছিল।

মোহন দত্ত? মানুহ কেইজনে ইজনে সিজনৰ মুখলৈ চালে। নিজৰ মাজতে যেন আলোচনা কৰিলে, তাৰ পিছত এজন থিয় হৈ কিছু আঁতৰৰ ঘৰ এটালৈ আঙুলিয়াই দিলে—।

সেই নামঘৰটো পাৰ হৈ সোঁহাতৰ প্ৰথম ঘৰটোৱেই!

পদূলিয়েদি সোমাই গ'ল অনাদি! সাধাৰণ খেৰৰ ঘৰ এটা। চোতালৰ একাষত ধানৰ ভাঙৰি দুটামান। গোহালিৰ ওচৰত এটা চাকি জ্বলিছে টিমিক টামাককৈ। চোতালত সি ৰ'ল কেই মুহূৰ্তমান……। ভিতৰৰ কোঠাৰ পৰা ভাঁহি আহিছে কোনোবা কিশোৰী কণ্ঠই পঢ়া পাঠ…দূৰৰ মন্দিৰ যিটো। অতি আচৰিত, সি যে মাথোঁ মায়া মৰীচিকা, নাই তাত দেৱতাৰ পূজা আয়োজন, মিছাতেই দেখিছা জিলিকা!……অদূৰৰ নামঘৰত নাম-প্ৰসঙ্গ আৰম্ভ হৈছে, তালৰ শব্দ আৰু অনুৰণন বৈ বৈ ভাঁহি আহিছে, ক'ৰবাত জিলিয়ে মাতিছে তীক্ষ্ণ স্বৰে……।

কোন? গোহালিৰ পিনৰ পৰা মাতটো আহিল।

সি আগবাঢ়ি গ'ল সেইপিনে। এড়ী চাদৰৰ তলত হাতখনে বিভলভাৰটো খামুচি ধৰিছে। গোহালিটোৰ ওচৰ চাপি সি দেখিলে মানুহজনে হাতত চাকি এটা লৈ গাই এজনীৰ গাটো মোহাৰিছে, গাইজনীৰ কাষত অকণমান পোৱালী এটা, কেৰাচিন চাকিৰ ক্ষীণ পোহৰত অনাদিয়ে দেখিলে কাষৰ জেওৰাত আওজাই থোৱা আছে চাইকেল এখন……।

মই মোহন দত্তক বিচাৰিছিলোঁ, শীতল কণ্ঠে সি ক'লে।

লাহে লাহে মুখখন ঘূৰাই মানুহজনে অনাদিৰ পিনে চালে। চচমা পিন্ধা ক্ষীণ মানুহজন। পাঞ্জাবীটোৰ ওপৰত এটা পুৰণি গলাবন্ধ কোট।

ময়েই মোহন দত্ত। তেওঁ ক'লে। মই তাকেই আপোনাক বাৰে বাৰে ক'ব খুজিছিলোঁ, গাঁৱৰ মানুহে মোক মোহন দত্ত বুলিয়েই জানে··· ।

চাৰিওপিনে স্তব্ধতা, আৰু কি ভয়ঙ্কৰ আন্ধাৰ সৰ্বত্ৰ? এয়া কি প্ৰলয়ৰ প্ৰাক্-মুহূৰ্ত। শীতত কঁপি উঠিল অনাদি। খুব ক্লান্ত যেন লাগিল নিজকে তাৰ, ইমান ভয়ঙ্কৰ অৱসাদবোধ যেন তাৰ কেতিয়াও হোৱা নাই ·····।

মোক সকলোৱেই মোহন দত্ত বুলিয়েই জানে। দেউতা আছিল সংস্কৃতৰ শিক্ষক। মোৰ নাম থৈছিল গৰ্গ, বৰ টান নাম নহয়নে? পিছে এই অঞ্চলৰ সকলোৱে মোক ঘৰত মতা নাম মোহন বুলিয়েই জানিলেগৈ। আহক, ভিতৰলৈ আহক।

মানুহজনে আৰু কিবা কৈছিল, কিন্তু নিজকে মূক-বধিৰ যেন বোধ হ'ল অনাদিৰ, সি দেখিলে তাৰ সোঁহাতখনে এড়ি চাদৰৰ তলৰ পৰা ৰিভলভাৰটো উলিয়াই আনিছে, ধাতৱ নলীটো মোহন দত্তৰ কঁপালৰ পিনে লক্ষ্য কৰা, মাঘৰ শীতত ৰিভলভাৰটো সামান্য কঁপি কঁপি উঠিছে, ট্ৰিগাৰত তাৰ উদ্যত আঙুলি······।

তেতিয়াহে মোহন দত্তই গোটেই দৃশ্যটো বুজি উঠিল, তেওঁৰ হাতত চাকিটো, চাৰিওপিনৰ আন্ধাৰৰ মাজত এটা স্থিৰ সৌম্য শিখা, তেওঁৰ চকুত চচমা, মুখত দুই এডাল ৰেখা, কঁপালত কেইডালমান চুলি আহি পৰিছে, অনাদিৰ উদ্যত ৰিভলভাৰৰ সন্মুখত তেওঁ নিঃশব্দে অপলকভাৱে কেই ছেকেণ্ড-মান থিয় দি ৰ'ল, স্থিৰ চকুৰে চালে দুয়ো দুয়োৰ পিনে, মুহূৰ্তৰ এক ক্ষুদ্ৰ ভগ্নাংশ ···· তাৰ পিছত অনাদিয়ে ৰিভলভাৰৰ ট্ৰিগাৰ টানিলে।

(বুধবাৰ '৯৩)

# নির্বান্ধৱ

: আবেলি অফিচৰ পৰা ঘূৰি আহোঁতে বিষ্ণু দত্তই এখন নতুন ইন্‌লেণ্ড লেটাৰ কাৰ্ড হেৰাই পালে। গলিৰ মোৰটোত তেওঁ সোমাবলৈ লৈছিল, শ্লথ খোজ, অফিচৰ স্তূপীকৃত ফাইলৰ ধূলি আৰু দুৰ্গন্ধ তেওঁৰ গাত, মাটিত পৰি থকা ইন্‌লেণ্ড লেটাৰ কাৰ্ডখন আগত লৈ তেওঁ এক মুহূৰ্ত ৰ'ল। চাৰিওফালে চালে। শূন্য এটা গলি, কিছুদূৰত এখন পৰিত্যক্ত ঘোঁৰাগাড়ী, এখন বন্ধ পাণদোকান, ৰাস্তাৰ কাষত এশাৰী ষ্ট'নচিপচৰ দ'ম আৰু অদূৰৰ পাৰ্কখনৰপৰা এজাক ক্ৰীড়াৰত ল'ৰা-ছোৱালীৰ উল্লাসিত কলৰৱ উৰি আহিছে।

বিষ্ণু দত্তই ইন্‌লেণ্ড লেটাৰ কাৰ্ডখন তুলি ললে, তৰ্জনী আৰু বুঢ়া আঙুলিৰে। যদিও বৰ অপ্ৰয়োজনীয় বস্তু যেন লাগিল এই নীলা কাগজটুকুৰা, তথাপি তাক তেওঁ চোলাৰ জেপত ভৰাই থলে।

তেতিয়া পৃথিৱীৰ শৰীৰৰ পৰা ক্ৰমশঃ চাৰিওপিনে আন্ধাৰ বিয়পি পৰিছে। ক্লান্ত খোজেৰে বিষ্ণু দত্ত ঘৰৰ সমুখ পালেগৈ। চোলাৰ জেপত খেপিয়াই চাবিপাত উলিয়াওঁতে ইন্‌লেণ্ড লেটাৰ কাৰ্ডখনৰ স্পৰ্শ তেওঁৰ হাতত লাগিল। দুৱাৰখন খোলাৰ লগে লগে কোঠাটোৰ শূন্যতাই তেওঁক আদৰণি জনালে। লাইটটো জ্বলালে তেওঁ। অলস দৃষ্টিৰে চাই তেওঁ দেখিলে, ঘৰটোৰ বেৰত মকৰাজাল, চুকত ছিগাৰেটৰ খালী বাহ, দুৱাৰৰ ওচৰত হকাৰে দলিয়াই থৈ যোৱা বাতৰি কাকত, মেজত আৰু বিছনাত খেলি-মেলি হৈ থকা অফিচৰ ফাইল আৰু কাগজ, আলনাত আৰু বেৰৰ হেঙাৰত বিভংগ ভংগীৰে কেইটামান চোলা আৰু পেণ্ট।

গাৰ পৰা চোলাটো খুলি আলনালৈ দলিয়াবলৈ লৈ বিষ্ণু দত্ত ৰ'ল; চোলাটোৰ জেপত থকা ইন্‌লেণ্ড লেটাৰ কাৰ্ডখনে খচমচাই উঠি তাৰ অস্তিত্ব জনাই দিছে। জেপৰ পৰা উলিয়াই, ভাঁজ খুলি তেওঁ সেইখন মেজৰ ওপৰলৈ দলিয়াই থলে। চাহ-কাপৰ যোগাৰটো কৰি, মুখ হাত ধুই উঠি বিষ্ণু দত্তই তেওঁৰ অৱসাদগ্ৰস্ত দেহ বিছনাত পেলাই দিয়ে। ওপৰৰ চালখন কিছু উৰুখিছে, আজকালি অলপ বতাহ-বৰষুণ দিলেই পানীৰ চিটিকনি সোমাই আহে। তেওঁ ভাবিলে,—ভাৰাঘৰৰ মালিকক কথাটো আকৌ এবাৰ কব লাগিব। মজিয়াখনো ফাটিচিটি গৈছে। আজিকালি ঘৰটোৰ ভিতৰত তেওঁ অনবৰত এটা সেমেকা শীতলতা অনুভৱ কৰে।

লাহে লাহে ক্ষয় যোৱা এটা ঘৰ, তাৰ ভিতৰত লাহে লাহে ক্ষয় যোৱা এটা মানুহৰ ৰূপত বিষ্ণু দত্ত পৰি থাকে। দৈহিক আৰু মানসিক শক্তিবোৰ

ক্ষীয়মান ;—হাত মেলিলেই ঢুকি পোৱাতে বাতৰি কাকতখন আনি থোৱা আছে যদিও পৃথিৱীৰ সমস্ত খবৰ এতিয়া তেওঁৰ নিষ্প্ৰয়োজন যেন বোধ হৈছেগৈ। এইদৰে বিছনাত পৰি থাকিলে কিছুসময়ৰ পাছতে তেওঁৰ টোপনি আহিবগৈ, কিন্তু এতিয়া তেওঁ নিশ্চিত যে তেওঁ আৰু কোনোধৰণৰ সপোন দেখা নাপায়।

এক ভয়ংকৰ নিঃসংগতা আৰু বিচ্ছিন্নতাবোধে তেওঁৰ অৱসাদগ্ৰস্ত শৰীৰৰ ওপৰত জপিয়াই পৰাৰ আগে আগে বিষ্ণু দত্ত জাপ মাৰি উঠি বহিল।

এৰা, মেজৰ ওপৰত এটুকুৰা নীলা আকাশৰ দৰে উকা ইন্‌লেণ্ড লেটাৰ কাৰ্ডখন আছে। চকীখন টানি আনি বহি তেওঁ টেবুল লাইটটো জ্বলালে। হাতত ললে তেওঁৰ অফিচত কাম কৰা পুৰণি কলমটো ; তাৰ পাছত তেওঁ ইন্‌লেণ্ড লেটাৰ কাৰ্ডখন মেলি ললে।

এখন চিঠি লিখিব খুজিলে বিষ্ণু দত্তই। বহু বছৰ তেওঁ কাৰোলৈকো ব্যক্তি-গতভাৱে চিঠি লিখা নাই। সেইদৰে কোনেও তেওঁলৈ চিঠি লিখাৰ প্ৰয়োজন-বোধ কৰা নাই। তিনিজনী বায়েক-ভনীয়েকক সুপাত্ৰত গতোৱাৰ পাছত, দুটাকৈ ভায়েকক সুসংস্থাপিত কৰাৰ পাছত আৰু ঘৰখনৰ ভাঙৰ ল'ৰা হিচাপে শেষমুহূৰ্তলৈকে অসুখীয়া মাকক শুশ্ৰূষা কৰাৰ পাছত, নিজৰ পিনে চাই বিষ্ণু দত্তই দেখিলে—তেওঁৰ শৰীৰত প্ৰৌঢ়তা। সময়ে খুব দক্ষ শিল্পীৰ দৰে চুলিত আঁকি দিছে এডাল দুডাল ৰূপালী ৰেখা, চকুৰ কোণত মকৰাজালৰ দৰে সাঁচ ; মুখত স্বাস্থ্যহীনতাৰ ছবি, আৰু ইতিমধ্যে কক্ষচ্যুত উপগ্ৰহৰ দৰে তেওঁৰ ওচৰৰ পৰা ক্ৰমশঃ আঁতৰি গৈছে সকলো আত্মীয়-স্বজন ;—অৱশেষে তেওঁ সম্পূৰ্ণৰূপে নিষ্পেষিত হোৱাৰ পাছত। এতিয়া আৰু কোনেও তেওঁৰ সুখ-দুখৰ ভাগী হ'বলৈ নিবিচাৰে। ৭নং ধৰ্মতলা বাই-লেনৰ ভাড়াঘৰ এটাত বিষ্ণু দত্ত নামৰ যে এজন শুভাকাংক্ষী আছে সিহঁতে এতিয়া আৰু তাক স্বীকাৰ কৰিব নোখোজে। হয়তো, বিষ্ণু দত্তই ভাবে, তেওঁৰ ব্যক্তিত্বৰ ধাৰসমূহ লাহে লাহে ক্ষয় হৈ আহিছে বা তেওঁৰ অস্তিত্বৰ অভিজ্ঞানসমূহেও লাহে লাহে তেওঁক ত্যাগ কৰিছে, আৰু তেওঁ ক্ৰমশঃ এটা নিৰ্বিশেষ নিৰ্বাদ প্ৰাণীলৈ পৰিণত হৈছে। গতিকে, আজিকালি আৰু বিষ্ণু দত্তই নিজে নিজৰ কথা নতুনকৈ একো ভাবিব নোখোজে বা ভাবিব নোৱাৰে। চহৰখনৰ অফিচ এটাত তেওঁ এটা সৰু চাকৰি কৰে ; সামান্য ভাৰাৰে এটা সাধাৰণ ঘৰত থাকে, (য'ৰ পৰা তেওঁৰ অফিচলৈ চিটি বাছেৰে

পঞ্চাছ পইচাৰ দূৰত্ব), ঘৰ-অফিচ-বজাৰ-ঘৰ, এয়াই হ'ল তেওঁৰ দিনানু-দৈনিকতা। আৰু এটা সময়ত তেওঁ ধৰি লৈছে,—এই ধৰণেই বাকীকেইটা দিন তেওঁ নিৰুদ্বেগভাৱে কটাই দিব পাৰিব।

কিন্তু আজি তেওঁৰ এই বিশৃংখল টেবুলৰ ওপৰত ইনলেণ্ড লেটাৰ কাৰ্ডখন পৰি আছে ;—আকাশনীলা এটুকুৰা কাগজ। আজি, এই সময়ত, বিষ্ণু দত্তৰ মনে নিজৰ এই নিঃসংগতা মানি লব খুখুজিলে। তেওঁ যেন নিঃসন্দেহ, এই পৃথিৱীত, কৰবাত, নিশ্চয় তেওঁৰ অন্তৰংগ কোনোবা এজন আছে—যি এতিয়াও বিষ্ণু দত্ত সম্পৰ্কে ভাবে, চিন্তিত হয়।

কোন সেইজন ? কোন হ'ব পাৰে ? থুতৰিত হাত দি বিষ্ণু দত্ত চিন্তামগ্ন হৈ পৰে। তেওঁৰ আত্মীয়সমূহৰ কথা বাদ দি থলে তেওঁ। এতিয়া আৰু তেওঁ নিশ্চিত যে সিহঁতে তেওঁক অপাংক্তেয় বুলি ভাবে। বহু দূৰৰ এখন চহৰত তেওঁৰ সৰু ভায়েকজন থাকে, যি এসময়ত তেওঁৰ খুব মৰমৰ আছিল। সেই ভায়েকজনৰ ফুলৰ দৰে নিষ্পাপ সৰল ল'ৰা-ছোৱালী দুটাৰ কথা বৰকৈ মনত পৰে তেওঁৰ। কিন্তু সিহঁতৰ ওচৰলৈ যাবলৈও তেওঁ সাহ গোটাব পৰা নাই। কাৰণ তেওঁৰ ভায়েকজন—সৰ্বদা সংসাৰ আৰু চাকৰিৰ কেৰিয়াৰ লৈ ব্যস্ত, যি পত্নীক কিনি দিছে টিভি, ফ্ৰিজ, আদি মধ্যবিত্তৰ বিভিন্ন প্ৰয়োজনীয় সামগ্ৰী,—সেই ভায়েকজন স্পষ্টতঃ বিষ্ণু দত্তৰ উপস্থিতিত বিৰক্ত হয়, কিবা এক অজ্ঞাত কাৰণত। কিন্তু দত্তই ভাবিলে সেই সৰু সৰু ভতিজাক কেইটালৈওটো চিঠি এখন লিখিব পাৰি। কলমটো সাজু কৰিলে তেওঁ প্ৰথম শব্দটো লিখিবলৈ লৈ তেওঁ থমকি ৰ'ল। এৰা, সিহঁতলৈ চিঠি লিখিব পৰা নাযাব। ল'ৰাটোৰ এবছৰ হৈছেহে, ছোৱালীজনীৰ সম্ভৱতঃ তিনিবছৰ হোৱাই নাই। সিহঁতে বাৰু আখৰ চিনিব পাৰিব কেনেকৈ ? বাৰু, বিষ্ণু দত্তই নিজকে প্ৰবোধ দিলে, তেওঁ চিঠিখন লিখিব অতীতত তেওঁৰ সংস্পৰ্শলৈ অহা কোনো বন্ধু-বান্ধৱ বা শুভাকাংক্ষীলৈ। সম্বোধনটো বাদ দি তেওঁ চিঠিখন আৰম্ভ কৰিলে।

আশাকৰো ভালে আছ। আজি বহুদিন হ'ল তোৰ খা-খবৰ পোৱা নাই। নাজানো, তই ক'ত আছ, কি কৰিছ, বা জীয়াই আছ নে নাই।

ইমান দূৰলৈ আঁতৰি যোৱাৰ আগেয়ে তই মোৰ কথা অন্ততঃ ভবা উচিত আছিল। তই হয়তো নাজান কি আকুলতাৰে মাজে মাজে তোলৈ মোৰ মনত পৰে। তোৰো বাৰু মনত নপৰেনে···।

বিষ্ণু দত্ত ৰ'ল। টেবুল লাইটৰ শে'ডখন ভালদৰে পোনাই ললে। মেজৰ

ওপৰত পোহৰ এটা নিখুঁত বৃত্ত, কোঠাটোত মাথোঁ বিচ্ছুৰিত অস্পষ্ট পোহৰ। সেই অস্পষ্টতাৰ মাজেৰে চাই তেওঁ দেখিলে কোঠাটোত এচুকত এখন খালী চকী, এখন শূন্য বিছনা আৰু গোটেই কোঠা ভৰা বিশৃংখলা।

তেওঁ বাৰু চিঠিখন কালৈ লিখিব? লাহে লাহে গৰম চাহ কাপ খাই তেওঁ ভাবি গ'ল। তেওঁৰ সেই গাঁৱৰ পুৰণি বন্ধুবৰ্গ···বাৰু অপুলৈ লিখিব পাৰি নেকি? বা পুলিনলৈ? বিষ্ণু দত্তই লিখি গ'ল —

···তোৰো বাৰু মনত নপৰেনে সেই যে আমি তুপৰীয়া নদীৰ ওচৰলৈ গৈছিলো, কি শুদ্ধ আছিল তাৰ পাৰ! সেই যে আমি গধূলি ৰবাৰ টেঙাৰ বলেৰে আঁহত জোপাৰ তলত খেলিছিলো, তেতিয়া যে সূৰ্যটোৱেও আমাৰ খেল চাবলৈ বৈ বুৰিবলৈ পাহৰি গৈছিল! বা মাজে মাজে তোৰ মনত নপৰেনে তাঁহানি কুল মাষ্টৰে ইস্কুলত পঢ়োৱা কোনো পাঠ অথবা নতুনকৈ শিকা কোনো এটা গানৰ কলি?

কিন্তু, দত্তই আকৌ ভাবিলে, সিহঁত বা ক'ত আছে? পুলিনে ডিব্ৰুগড়ত কিবা এটা চাকৰি কৰে বুলি তেওঁ শুনিছিল, অপুহঁত সেইখন গাঁৱৰপৰ কৰাবালৈ উঠি গ'ল কেতিয়াবাই, এতিয়া সিহঁতৰ ঠিকনাওতো তেওঁ নাজানে। তৰুণো খুব ভাল বন্ধু আছিল তেওঁৰ, নগাঁৱৰ কলেজ এখনত সি চাকৰিত সোমাইছিল, কিন্তু আজি কেইবছৰমানৰ আগেয়ে সি আত্মহত্যা কৰিলে।

কলম কামুৰি দত্ত বৈ থাকে।···বাৰু তেন্তে কালুখুৰালৈকে তুআষাৰ লিখ যাওক। মানুহটোৰ খবৰ বাতৰি একোৱেই নোপোৱা হ'ল তেওঁ। আজি চৈধ্য বছৰমানৰ আগেয়েই তেওঁ কালুখুৰাক শেষবাৰৰ বাবে লগ পাইছিল। বৰ অসুখীয়া হৈ পৰিছিল মানুহটো। কেইবাটাও ভয়ানক বেমাৰে গাত বাহ লৈছিল। কালুখুৰাৰ ঠিকানাটো দত্তই জানে: তেওঁকৈ চিঠিখন লিখাই ভাল হ'ব। আঃ! কি বিৰাট ব্যক্তিত্ব মানুহটোৰ! কি সাৱলীলতাৰে তেওঁ ভাওনাৰ বচন মাতিছিল, সিহঁতক ভাও দিবলৈ শিকাইছিল, বুজাই দিছিল অতি সহজকৈ ইস্কুলৰ টান পাঠ। আনকি এদিন গাঁৱৰ খেতিয়ক আৰু মাটিৰ মালিকবিলাকৰ মাজত যেতিয়া তুৰ্বাদল সংঘৰ্ষ লাগিল কালুখুৰাইয়েইতো খেতিয়কবোৰক নেতৃত্ব দিছিল সমুখৰ শাৰীত বৈ···!

দত্তই একাত্মমনেৰে লিখিলে—

বাৰু, তোৰ খবৰ কি? সেই সেউজীয়া আৰু নীলাৰ মাজত যে মই তোক এৰি থৈ আহিছিলে, তই সেই ঠাইত আৰু সেই মানুহৰ মাজত

এতিয়াও আছনে বাৰু? মোৰ কথানো কি লিখিম, এতিয়া মই বৰ দুখী মানুহ অ'। নদীহীন, আকাশহীন, নিৰ্বাত এটা মানুহ। এতিয়া মোৰ বোধ হৈছে যদিও আমি ভাবোঁ মানুহ অতি মাত্ৰই আত্মপ্ৰেমিক, আচলতে কিন্তু সি নিজকেই ভাল পায় সকলোতকৈ কম; কিয়নো একান্তৰূপেই নিজৰ সংগ তাৰ অসহ্য। বাৰু, বাদ দে সেইবোৰ কথা, তোৰ স্বাস্থ্য পাতিৰ যত্ন লবি, এতিয়া বুঢ়া হৈছ, আগৰ দৰে টলৌ-টলৌকৈ ঘুৰি নুফুৰিবি...

চক খাই বিষ্ণু দত্ত বৈ গ'ল। কালুখুৰা জীয়াই আছে বুলি তেওঁ নিশ্চিত নে? চৈধ্যবছৰ আগেয়ে তেওঁ মানুহটোক লগ পাইছিল। বয়স আৰু ব্যাধিয়ে পৰাজিত কৰা জীৰ্ণ এটা শৰীৰেৰে আঁঠুত মূৰ থৈ মানুহটো ঘৰৰ পিৰালিত বহি আছিল। সেই মানুহটো এই মুহূৰ্তলৈকে জীয়াই থকাৰ কথা কল্পনা কৰাটো ধৃষ্টতা নহয়নে? আৰু সেয়ে যদি হয়, তেওঁৰ এই চিঠিখনে সেইখন ঘৰলৈ গৈ এটা তামাছাৰ সৃষ্টি নকৰিবনে? বৰ দুখ মনেৰে শেষৰ বুজনিমূলক শাৰীটো দত্তই কাটিলে, আৰু কালুখুৰালৈ চিঠি লিখাৰ চিন্তাটো বাদ দিলে।

কিন্তু চিঠিখনতো কাৰোবালৈ লিখিব লাগিব! কালৈ? ভাতকেইটা খাই বিছনাত পৰাৰ পাছতো চিন্তাটো তেওঁৰ মনৰপৰা নগ'ল। জীৱন্ত পৃথিৱী পাৰ হৈ অতীতৰ কুজ্‌ঝটিকাচ্ছন্ন স্মৃতিলোকত তেওঁ ভাঁহি ফুৰে। হাহাকাৰ কৰি বিচাৰি ফুৰে কোনো চিনাকি মুখ, অন্তৰংগ মন। এসময়ত তেওঁৰ টোপনি আহিল। বিষ্ণু দত্ত বিছনাত ঢলি পৰিল।

পাছদিনা স্বাভাৱিক ব্যস্ততাৰে তেওঁ অফিচলৈ গ'ল। যোৱা গোটেই ৰাতি খুব বৰষুণ দিছিল, এতিয়া এছফাল্টৰ ৰাস্তাৰ পৰা বাষ্পৰ দৰে কিবা উৰি আছে। অফিচ ঘৰটোৰ ওপৰৰ টিংপাতত বৰষুণৰ দ্ৰুত খোজৰ শব্দ তেওঁ ভীষণ কৰ্মব্যস্ততাৰ মাজতো উপভোগ কৰে। মনত পৰে, তেওঁৰ, কৈশোৰ আৰু প্ৰথম যৌৱনৰ দিনবোৰৰ কথা। সেই সেউজীয়া দিনবোৰ আজি এই বৰষুণৰ শব্দত তিতি-বুৰি বিষ্ণু দত্তৰ ওচৰলৈ উভতি আহে।

সেইদিনা ৰাতি বিষ্ণু দত্তই ঠিক কৰিলে চিঠিখন তেওঁ অলীলৈ লিখিব। নাই নাই, তেওঁ আৰু বুকুৰ মাজত কোনো জোকাৰ অনুভৱ নকৰিলে। প্ৰেম? এসময়ত হয়তো তেনে এক অদ্ভুত সম্পৰ্ক আছিল অলী আৰু তেওঁৰ মাজত, যি উত্তৰণ হ'বলৈ নাপালে। কিন্তু আজি সেই চাঞ্চল্য বা অন্য অনুভূতি নিচেই দুৰ্বল হৈ পৰিছে। এতিয়া তেওঁ অলীলৈ যিখন চিঠি লিখাৰ কথা ভাবিছে সেইখন মাথোঁ সাধাৰণ বন্ধুতা বা শুভেচ্ছাৰ চিঠি।

…তোৰ কথা মনত পৰা মানেই নিজৰ কথা মনত পৰা। কিমান দিন তোৰ ওচৰত মই কিমান অন্যায় আব্দাৰ কৰিছিলো, কিমান অভিমান দেখুৱাইছিলো বা বিচাৰিছিলো কিমান অযথা মৰম,—আজি ভাবিলো হাঁহিয়েই উঠে। আচলতে এটা বয়স আহে যেতিয়া আমি নিজৰ আৱেগ অনুভূতিবোৰ খেলনাৰ দৰে ব্যৱহাৰ কৰোঁ। খুব স্বাৰ্থপৰৰ দৰে ভাবি পেলাও মোকেই কেন্দ্ৰ কৰি গোটেই পৃথিৱীখন ঘূৰি আছে। আশাকৰো আজি সেই সকলো বোৰ তই ক্ষমাৰ্হ বুলি ধৰি লৈছ। মই নিঃসন্দেহ, এতিয়া তই সুখী, তোৰ চাৰিওপিনে নিটোল পৰিপূৰ্ণতা। আৰু মইতো তাকে বিচাৰিছিলো…

কোনোবা এদিন এটা ৰৌদ্ৰতপ্ত দুপৰীয়া এই নীলা ইন্‌লেণ্ড লেটাৰ কাৰ্ডখন অলীৰ হাতত পৰিবগৈ। ঠিকনাৰ আখৰকেইটা দেখি অলী হয়তো আচৰিত হ'ব। ঢুকু ঢুকু কঁপা হাতেৰে তাই চিঠিখন খুলিব। পঢ়িব। চাৰিওফালে চাব—কোঠাটোৰ ভিতৰৰ বিছনাত, শুই আছে তাইৰ সন্তান, অদূৰত এখন পেৰাম্বুলেটৰ, টেবুলৰ ওপৰত তাই আৰু তাইৰ স্বামীৰ সুখী-সুখী যুগল ফটো…। অলীয়ে ভাবিব, খুব বেদনাৰে বিষ্ণু দত্তই ভাবিলে, আজি কি অধিকাৰ তেওঁৰ তাইক আমনি কৰাৰ? ইমানদিনে পুত্ৰ-কন্যাৰ উম, সাংসাৰিক আমেজৰ মাজত তাই মগ্ন হৈ আছিল, আজি তাত বিষ্ণু দত্তৰ অস্বস্তিকৰ অস্তিত্ব জনাই দিয়াৰ যুক্তিয়েই বা কি?

ঠিক আছে, তেওঁ অলীলৈ নিলিখিলে চিঠিখন। বিমূঢ়ৰ দৰে বিষ্ণু দত্ত বৈ থাকে। সৰু চতুষ্কোণ অৱৰুদ্ধ এই ঘৰটোত, টেবুল লাইটৰ দুৰ্বল পোহৰত, এই স্তব্ধ কবোষ্ণ ৰাতিৰ নিৰ্জনতাত তেওঁ বহি থাকে—এক সামান্য ন্যুব্জ ম্লানচক্ষু পাংশুকপোল প্ৰৌঢ়…।

তাৰপাছত কেইবাদিনো তেওঁ চিঠিখনত একো নিলিখিলে। কি লিখিব তেওঁ আৰু কালৈনো লিখিব? কিন্তু মেজৰ ওপৰৰ নীলা কাগজ টুকুৰাই বাৰে বাৰে তেওঁক আমনি দি থাকিল। তেন্তে কি বিষ্ণু দত্তৰ অস্তিত্ব কাৰো বাবে মূল্যবান নহয়? আতংকত তেওঁ কঁপি উঠে। ইন্‌লেণ্ড লেটাৰ কাৰ্ডখন আঁতৰাই থবলৈ বা ফালি চিৰি দলিয়াই দিবলৈও তেওঁৰ সাহ নহয়। তেওঁৰ অস্তিত্বৰ জাননী কোনোৰকমে কাৰোবাক দিবলৈ বিষ্ণু দত্তৰ মন ব্যগ্ৰ হৈ উঠে।

তেওঁ জানে এটা সময়ত কোনোবা এজনৰ কথা তেওঁৰ মনত পৰিবই,—পৃথিৱীৰ কোনো এক প্ৰান্তৰত যি বিষ্ণু দত্তৰ খবৰ জানিবলৈ আকুল হৈ আছে।

কুশল শইকীয়া আজি ক'ত ? সেই যে কলেজৰ হোষ্টেলত তেওঁৰ কমমেট আছিল। যথেষ্ট মাস্তানি আৰু যথেষ্ট মদ্যপান যাৰ আছিল চাৰিত্রিক বৈশিষ্ট্য। অথচ কিবা এক ৰহস্যময় কাৰণত যি বিষ্ণু দত্তৰ প্রতি আছিল অত্যন্ত সদায়। বা ৰাজীৱ বৰুৱা ? তালৈকোতো একলম লিখিব পাৰি। আৰু ৰফিউলকোতো তেওঁ পাহৰিব নোৱাৰে। বয়সৰ সেই দুর্যোগময় সন্ধিক্ষণত, পৃথিৱীৰ বিভিন্ন ৰহস্য উন্মোচনৰ সময়ত সিহঁতেইতো আছিল বিষ্ণু দত্তৰ একান্ত সংগী। অথবা বিজয় ঠাকুৰ বা গৌৰ সিং ? ইহঁতৰ কুশল-বাতৰিওতো তেওঁ লব পাৰে। তেওঁ লিখিলে—এই যে আমি ইটোৱে সিটোৰ পৰা বহুদূৰলৈ আঁতৰি যাওঁ আচলতে ই আমি নিজৰ পৰাই আঁতৰি যোৱাৰ নিচিনা হয়। ভাবিছা, গুৱাহাটীৰ ৭ নং ধর্মতলা বাই লেনৰ কোনোবা এটা ঘৰত মই মানুহটো পৰি আছোঁ, পৃথিৱীৰ কোনো প্রাণীৰ লগত কোনো আন্তৰিক যোগাযোগ নাই, কোনোৱে মোৰ খবৰ-বাতৰি এটা নলয়···লাহে লাহে এনেকুৱা এটা অৱস্থা হবগৈ যে মই নিজৰ অস্তিত্ব সম্পৰ্কেই সন্দিহান হৈ পৰিমগৈ।

খোলা খিৰিকিয়ে ৰাতিৰ কঠিন আন্ধাৰৰ পিনে চাই বিষ্ণু দত্তই অতীতৰ কথা ভাবিলে। কি ম্রিয়মান সেই দৃশ্যবোৰ! কি ভীষণ ভংগুৰ সকলো! অসংখ্য মুখ আৰু অন্বয়বে খুব অস্পষ্ট জ্যামিতিক আকাৰ লৈ তেওঁৰ কল্পনাত ধৰা দিছে। গৌৰ, কুশল, অমূল্য বা বিজয় সিহঁতৰ ঠিকনা তেওঁ এতিয়া সঁচাকৈয়ে জানেনে ? সিহঁতৰ সঠিক ঠিকনা! বিষ্ণু দত্তৰ বুকুৰ মাজত এক হাহাকাৰ নৈশব্দ্যই তোলপাৰ কৰি উঠিল। তথাপি চিঠিখন তেওঁ সামৰিলে, এইদৰে—

এইখন চিঠি যেতিয়া তোৰ হাতত পৰিবগৈ তেতিয়া মাত্র এটা কথাই প্রতীয়মান হ'ব যে মোৰ এটা অস্তিত্ব আছে। এতিয়াও হয়তো সি খুব অকিঞ্চিৎকৰ, হয়তো ঘাঁহ বনৰ দৰে তুচ্ছ। সেয়ে তোৰপৰা উত্তৰ বা তোৰ এষাৰ বাক্যৰ বাবে মই বৰ ব্যগ্র হৈ বাট চাই আছোঁ। আশাকৰোঁ মোক নিৰাশ নকৰিবি। ইতি, তোৰ মৰমৰ বিষ্ণু···

আঃ! চিঠিখন তেওঁ সম্পূর্ণ কৰিলে। মনটো যথেষ্ট মুকলি মুকলি লাগিল তেওঁৰ। সম্বোধনটো ? আচ্ছা সেইটো থাকক। ঠিকনাটোতো লিখা যাবই। ধুনীয়াকৈ আঠা লগাই বিষ্ণু দত্তই ইন্‌লেণ্ড লেটাৰ কার্ডখন বন্ধ কৰিলে।

ইয়াৰ পাছতো বিষ্ণু দত্ত কেইদিনমান ৰ'ল। এটা ঠিকনা বিচাৰিছে। বহু সময় তেওঁ তাৰ বাবে অপচয় কৰিলে। মেজৰ ওপৰত ঠিকনাহীন ইন্‌লেণ্ড লেটাৰ কার্ডখন পৰি আছে : লাহে লাহে তাৰ অস্তিত্ব তেওঁৰ বাবে বিশাল আৰু

ভয়াবহ হৈ পৰে ;—যেন এখন উক্তা আকাশ তেওঁৰ কোঠাটোলৈ নামি আহিছে। কোনো নাই। কোনো ঠিকনা নাই।

এদিন ৰাতিপুৱা অফিচলৈ যাবলৈ ওলাই দত্ত বৈ গ'ল। মেজৰ ওপৰত পৰি থকা ইনলেণ্ড লেটাৰ কাৰ্ডখনলৈ চালে। বিমূঢ় বিভ্ৰান্ত ভংগীৰে বন্ধ চিঠিখন লুটিয়াই বগৰাই তেওঁ চালে। তেওঁৰ এনে লাগিল যেন চিঠিখনৰ ভিতৰত আছে তীক্ষ্ণ কেইটামান কৌতুক। হঠাৎ দত্তই কলমটো টানি আনিলে, ইনলেণ্ড লেটাৰ কাৰ্ডখন সাজু কৰি ললে, তাৰপাছত কঁপা কঁপা হাতেৰে ঘঁাহই ঘঁহাই তেওঁ এটা ঠিকনা লিখিলে—প্ৰতি, শ্ৰীবিষ্ণু দত্ত, ৭ নং ধৰ্মতলা বাই লেন, গুৱাহাটী-১১।

সেইদিনাই চাৰিআলিৰ ৰঙা ডাক বাকচটোত বিষ্ণু দত্তই চিঠিখন ভৰাই থৈ গ'ল।

(প্ৰান্তিক '৮৭)

# অনুনাদ

কিছুমান মানুহৰ মুখলৈ চাই তেওঁ সুখী নে দুখী ধৰিব নোৱাৰি। নিৰ্মেঘ আকাশৰ দৰে এক উদাসীনতা তেওঁলোকৰ মুখত সদা থাকে। মোৰ সন্মুখত বহি থকা হীৰু দত্ত তেনে এজন মানুহ। পঞ্চাশোৰ্দ্ধ বয়স, দীঘল ক্ষীণ মুখাবয়ব. তাত দুই-এডাল ইতস্তত: ৰেখা, চকুৰ পাতত ছাঁ, তাৰ ওপৰত শক্তিশালী লেন্সৰ চচমা, বিৰল কেশ মূৰটো স্বাস্থ্যহীনতা আৰু বয়সৰ বাবে কিঞ্চিৎ অৱনত হৈ পৰিছে।

'আপোনাক অসুবিধাহে দিলো নেকি?' খুব বিনয়েৰে দত্তই ক'লে। তীব্ৰ অসন্মতিৰে মূৰ জোঁকাৰি মই ক'লো, 'নাই এনেয়ে কিতাপ এখনৰ পাত লুটিয়াই আছিলো।' আৰু তেওঁক সহজ কৰিবৰ মনেৰেই ক'লো, 'ৰ'ব একাপ চাহ খাওক!

'নাই নাই নাই···'। একেলগে ছটামান নাই উচ্চাৰণ কৰিলে দত্তই। 'আপোনাক মাত্ৰ কথা এটা সুধিবৰ বাবেহে আহিলো।'

এই অপ্ৰত্যাশিত আগন্তুকজনৰ পিনে চলো মই। এৰা মোৰ কোঠাত হীৰু দত্ত এজন অপ্ৰত্যাশিত মানুহেই। ৰাস্তাৰ পিনৰ মোৰ খিৰিকিখনেৰে পুৱা-গধূলি প্ৰায়েই মই তেওঁক দেখা পাওঁ। ঠিক ৰাতিপুৱাৰ আঞ্চলিক বাতৰি শেষ হোৱাৰ লগে লগে তেওঁ ঘৰৰ পৰা অফিচলৈ ওলায়। ধীৰ, শান্ত খোজ গাত সাধাৰণ কিন্তু পৰিচ্ছন্ন পোছাক, হাতৰ মুঠিত এখন বজাৰৰ মোনা. আবেলি তেওঁ ঘূৰি আহে—হাতৰ মোনাত শাক-পাচলি, গাত চিটি বাছৰ ভিৰ-বিধ্বস্ত পোছাক, মুখত বিয়পি পৰা ক্লান্তি কিন্তু সেই একেই ধীৰ শান্ত খোজ। গলিটোৰ আনটো মূৰত এটা সৰু ভাৰাঘৰত তেওঁ আৰু তেওঁৰ পত্নী থাকে। আন কাৰো লগত তেওঁৰ সম্পৰ্ক দেখা নাযায়। আপাত দৃষ্টিত তেওঁ এজন নিৰীহ নিঃসঙ্গ মানুহ—ঘড়ীৰ কাঁটাৰ দৰে ৰুটিনবন্ধা যাৰ জীৱন। দুবছৰমান আগেয়ে তেওঁ আমাৰ এই গলিটোলৈ আহিছিল। ঠিক ক'ত জনা নাযায়. কিন্তু গণেশগুৰিৰ ওচৰত কোনোবা এটা অফিচত তেওঁ চাকৰি কৰে। আচলতে আমাৰ এই গলিটোত দত্ত সম্পৰ্কে কোনো বিশেষ খবৰ নাথাকে—মাথোঁ এদিন কাৰোবাৰ মুখত মই শুনিছিলো যে তেওঁৰ একমাত্ৰ সন্তান ছোৱালীজনীয়ে বহু বছৰ আগেয়ে কিবা কাৰণত আত্মহত্যা কৰিছিল·· বস্তুতঃ হীৰু দত্ত ইমান কৌতূহল উদ্দীপক প্ৰাণী নহয়।

'কওকচোন'—মই ক'লো। 'কথা হ'ল-' দত্তই এনেয়ে এবাৰ চাৰিওপিনে চালে, যেন সামান্য বিব্ৰত। 'কথা হ'ল, মই এখন স্কুটাৰ কিনিব খুজিছো। মানে প্ৰায় কিনা হ'লেই।' মোৰ ফালে চাই তেওঁ মোৰ প্ৰতিক্ৰিয়া লক্ষ্য কৰিলে। 'অৱশ্যে স্কুটাৰখন ছেকেণ্ডহেণ্ড—মোৰ সহকৰ্মী এজনৰ বন্ধুৰ স্কুটাৰ। কালিলৈ আহি তেওঁ দি থৈ যোৱাহি কথা। মানুহজন ভাল। ইতিমধ্যে কাগজ-পত্ৰত লিখা-মেলাও হৈ গৈছে। এতিয়া আচল কথা হ'ল—'দত্তই এটা অৰ্ধলজ্জিত হাঁহি মাৰিলে, 'মই একেবাৰে স্কুটাৰ চলাব নাজানো—।'

এই মানুহজনে স্কুটাৰ এখনৰ ওপৰত বহি থকা দৃশ্যটো কল্পনা কৰি ভিতৰি ভিতৰি উঠিব খোজা হাঁহিটো দমালো। 'ভালেই কৰিছে, স্কুটাৰখন লৈ'— মই ক'লো। 'এই চিটি বাছৰ ভিৰ, উৎকট ৰিক্সাভাৰা, এইবোৰৰ পৰা সাৰিব পৰা যাব। সময়ো বাচি যায় বহুত।

'আপুনি এইকেইদিন যদি খুব ব্যস্ত নহয়, তেন্তে স্কুটাৰখন চলাবলৈ শিকাত মোক অলপ হেল্প কৰি দিব নেকি? একে আষাৰে কথাষাৰ কৈ দত্তই যেন কিছু স্বস্তিবোধ কৰিলে। 'আপুনিতো—।

এৰা, আৰ-তাৰ স্কুটাৰ-মটৰ চাইকেল চলাই ফুৰা মোক দত্তই নিশ্চয় দেখিছে। আৰু অৱশ্যেই এতিয়া মোৰ হাতত অফুৰন্ত সময়। কাৰণ কোম্পানীৰ কামত মই কলিকতালৈ যাব লগাতো বানপানীৰ বাবে পিছুৱাই দিব লগা হৈছে। গতিকে মই সানন্দে হাঁক দত্তৰ এই অনুৰোধটোত ৰাজি হৈ গ'লো।

পিছদিনা স্কুটাৰখন চালো। এখন বহু পুৰণি বিবৰ্ণ স্কুটাৰ। ইতিমধ্যে বহু বাট অতিক্ৰম কৰি সি জৰ্জৰ হৈ পৰিছে। হেডলাইটৰ গ্লাছখন ভঙা, চাইলেন্সাৰ পাইপৰ মাফলাৰডালো নাই, ছিট দুটা জীৰ্ণ, মুঠতে যিমান দামত দত্তই স্কুটাৰখন কিনা বুলি কৈছে, সেইটো খুব বেছি হৈছে। ষ্টাৰ্টাৰত কিক্ মাৰি মাৰি মই গম পালো, ষ্টাৰ্টাৰডালৰ ঘাট ক্ষয় গৈছে আৰু প্লাগত কাৰেন্টো ভালকৈ অহা নাই—। এসময়ত স্কুটাৰখন ষ্টাৰ্ট হ'ল, এক ভয়াৱহ বিকট শব্দ তৰংগ গলিটোৰ ইমূৰৰ পৰা সিমূৰলৈ ছিটিকি গ'ল। কিছু সময় কাণ পাতি সেই শব্দ শুনিলে সহজে ধৰিব পাৰি যে ইঞ্জিনৰ যথেষ্ট গণ্ডগোল আছে।

তুপু চাৰনিৰে হাঁক দত্তই মোৰ পিনে চাই আছে। মাজে মাজে তেওঁ তেওঁৰ পত্নীলৈ চাইছে। বাৰাণ্ডাৰ খুঁটাত আউজি দত্তপত্নীয়ে খুব মনোযোগেৰে

গভীৰ প্ৰত্যাশাৰে মোৰ পিনে চাই আছে। 'কেনে দেখিছে?' দত্তই চিঞৰি সুধিলে।

'হ'ব চলি যাব।' ষ্টাৰ্টটো বন্ধ কৰি মই ক'লো—অলপ ঠিক-ঠাক কৰি ল'ব লাগিব আৰু কি?

চাৰি দিনৰ অবিশ্ৰান্ত পৰিশ্ৰমৰ পিছত হীৰু দত্ত অকলে স্কুটাৰৰ ছিটত বহিল। মূৰত এটা মলিয়ন হেলমেট্, মুখত বিবৰ্ণ হাঁহি, হেণ্ডেলত খামুচি ধৰা, দুই হাতেৰে মহাকাশৰ কোনো সুদূৰ গ্ৰহলৈ উৰা মৰাৰ প্ৰাক্‌মুহূৰ্তৰ এজন মহাকাশচাৰী যেন দেখা গৈছিল তেওঁক।

'ক্লাছতাল হঠাৎ এৰি নিদিব।' মই সকীয়ালো 'আৰু এক্‌চিলাৰেটৰ লাহে লাহে পকাব।'

'হব—'বিব্ৰতভাৱে দত্তই হাঁহিলে। মই স্কুটাৰখন ষ্টাৰ্ট কৰি দিলো। আহ্, কি সেই বৰ বৰ ছিম্ফনী। গলিটোৰ দেৱাল আৰু ঘৰৰ বেৰত বাৰে বাৰে সেই শব্দ প্ৰতিধ্বনিত হয়।'—চাব যাতে হঠাৎ ব্ৰেক নামাৰে।' মই আকৌ চিঞৰি ক'লো।

দত্তৰ স্কুটাৰে লাহে লাহে গতি কৰে। তেওঁৰ ছাৰ্টৰ কলাৰ আৰু মূৰৰ অৱশিষ্ট চুলি বতাহত উৰে। হীৰু দত্তৰ ঘৰৰ সন্মুখত বৈ মই সেই ক্ৰমশঃ বিলীয়মান স্কুটাৰৰ শব্দ শুনো। এতিয়া গলিটোলৈ নিঃসঙ্গতা নামি আহে। অথচ এচৰেৰে কাৰোবাৰ ঘৰৰ ৰেডিঅ'ত আঞ্চলিক বাতৰি বাজিছে, এটা সৰু ল'ৰাই চাইকেল এখনৰ বেল বজাই বজাই খেলি ফুৰিছে, এটা শাক-পাচলি ফেৰীৱালাই অনন্ত এটা মাত উলিয়াই চিঞৰি গৈছে—তথাপি কিয় জানো বোধ হৈছে স্কুটাৰখনৰ শব্দ অবিহনে গলিটো নিৰ্জন হৈ পৰে।

'ভিতৰতে বহকহি—'দত্তপত্নীৰ মাত শুনা গ'ল—তেওঁ পদূলিলৈকে আগবাঢ়ি আহিছে। ক্ষীণ নিজুঁ শৰীৰ, মূৰৰ চুলি দুই-এডাল পকিছে, সম্ভৱতঃ দীৰ্ঘদিনৰ অসুস্থতা আদিৰ বাবে মুখ শ্ৰীহীন হৈ পৰিছে, গাল ভাঙি গৈছে তথাপি এই সময়ত খুব তৃপ্ত যেন দেখা গৈছে তেওঁক।

সেইদিনা মোৰ অলপ লৰালৰি আছিল। 'আজি আৰু নোসোমাও দিয়ক লামাস্ত এটা কাম আছে।' ব্যস্ততাৰে মই ক'লো' 'গধূলি আহিম বাৰু এপাক।'

সঁচাকৈয়ে গধূলি মই আহোঁ। প্ৰায়েই আমি তিনিটা প্ৰাণীয়ে বাৰাণ্ডাখনত বহি আড্ডা জমাও। সাধাৰণতে বাৰাণ্ডাৰ লাইটটো জ্বলি থাকে। জোনৰ

পোহৰে ৰাস্তাৰ টিউবলাইটৰ পোহৰৰ সৈতে মিহলি হৈ জলডাখনৰ মাজেৰে আহি বাৰাণ্ডাত বিভিন্ন নক্সা আঁকে। সেই মায়াময় পোহৰত বহি আমি দেশ, সমাজ, ৰাজনীতি, খেলা আদিৰ খুচুৰা আলোচনাৰে বাৰাণ্ডাখন ভৰাই তোলো। কাষতে ষ্টেণ্ড কৰি থোৱা থাকে স্কুটাৰখন—জোনৰ পোহৰত সেই পুৰণি স্কুটাৰখনকো খুব উজ্জল যেন দেখা যায়।

এতিয়া আৰু খিৰিকিয়েদি হীৰু দত্তৰ সেই পুৰণি ছবি দেখা পোৱা নাযায়। এতিয়া গলিটোৰেদি সশব্দে অহা-যোৱা কৰে তেওঁ; তেওঁৰ স্কুটাৰৰ প্ৰবল শব্দই গলিটোৰ বতাহ বাৰে বাৰে কঁপাই তোলে। চুবুৰীয়াৰ চকুত হীৰু দত্ত আৰু তেওঁৰ স্কুটাৰখনৰ অস্তিত্ব ক্ৰমশঃ প্ৰকট হৈ পৰে।

খিৰিকিয়েদি মই দত্তৰ সেই সশব্দ প্ৰৱেশ-প্ৰস্থান প্ৰত্যক্ষ কৰো। প্ৰায়েই স্কুটাৰত সপত্নীক দত্ত—মোক দেখিলে তেওঁলোকে হাত জোঁকাৰে, কৃতজ্ঞতাৰে হাঁহি মাৰে। খুব মনোযোগেৰে দত্তই স্কুটাৰ চলায়—দুই হাতেৰে হেণ্ডেল খামুচি ধৰি, সমুখৰ পিনে কিছু কুঁজা হৈ, সতৰ্ক দৃষ্টি সমুখত ৰাখি, বিচিত্ৰ শব্দপ্ৰবাহ সৃষ্টি কৰি তেওঁ আগবাঢ়ি যায়।

এদিন গধূলি দত্তই মোৰ বাৰাণ্ডাৰ ওচৰত ঘঁ্যাচকৈ তেওঁৰ স্কুটাৰখন ৰখালে। 'বলক, আজি নদীৰ পাৰে পাৰে অলপ ফুৰি আহোঁ।'

বিশেষ কোনো কাম নাছিল। সানন্দে আহি তেওঁৰ স্কুটাৰৰ পিছৰ ছিটত উঠি বহিলো। বৰ্ণময় সন্ধিয়াৰ চহৰৰ মাজেৰে শ শ উদ্দাম গতিৰ যান-বাহনৰ মাজেৰে, হেজাৰ-বিজাৰ জঙ্গম মানুহৰ মাজেৰে দত্তৰ স্কুটাৰ দৌৰি যায়। বিপৰীতমুখী বতাহে তেওঁৰ চুলি উৰুৱাই থাকে, ফট্‌ফটকৈ তেওঁৰ চোলাৰ কলাৰ উৰে—।

'আহ্—' দত্তই চিঞৰি ক'লে। 'এই গতি—এই গতিটোৱেই মই বিচাৰিছিলো। মানুহ কেতিয়াও—'এখন ট্ৰাক পাৰ হৈ গৈছিল, দত্তৰ মাত ছন্দ পৰি গ'ল।

'কি কৈছে?' ময়ো চিঞৰি সুধিলো।

'মানুহ কেতিয়াও বৈ থাব নালাগে। বৈ থোৱা মানুহ মৃত মানুহৰ দৰে।

একো সুবুদ্ধি মই অপসৃয়মান বৰ্ণাঢ্য চহৰখনলৈ চাই ৰওঁ। দ্ৰুতভাৱে পিছ পৰি গৈছে নিয়নোজ্জল দোকান পোহৰ, শ শ ব্যস্ত মানুহ, মটৰ গাড়ীৰ ৰঙা বেক্‌লাইট। বিভিন্ন তীক্ষ্ণতাৰে ইলেক্‌ট্ৰিক হৰ্ণ বাজিছে চাৰিওপিনে, ক'ৰবাত মাইকত হিন্দী গান এটাৰ একাংশ বেগু বজাই বজাই এটা সমদলে ৰাস্তা পাৰ

হৈছে। এৰা মই ভাবিলো, এটা সৰু ল'ৰাৰ দৰে দত্তই স্কুটাৰ চলোৱাটো উপভোগ কৰিব পাৰিছে। আৰু তেওঁ চলাইছেও ভাল। অনায়াসে তেওঁ গিয়েৰ সলাইছে, ক্লাছ টানি ব্ৰেক হেঁচিছে, দক্ষতাৰে হেডলাইটৰ ডিপাৰ দিছে।

ইতিমধ্যে আমি আহি নদীখনৰ ওচৰ পালোহি। চহৰখনে তাৰ আবিলতা এই পৰ্যন্ত ছটিয়াই দিছে। তথাপি ইয়াত বিয়পি আছে নদীৰ সুগন্ধি বতাহ।

'আহ,' পৰিতৃপ্তিৰ হাঁহি মাৰি হীৰু দত্তই কয়, 'এই চেঞ্জটোৰ প্ৰয়োজন আছিল'। তেওঁ সাৱধানেৰে স্কুটাৰখন ষ্টেণ্ড কৰে। 'বলক সৌ বেঞ্চিখনত বহোগৈ।'

বেঞ্চিখনত বহি আমি নদীৰ পাৰৰ সূৰ্যাস্তৰ দৃশ্য চাওঁ। নদীখন ৰক্তাক্ত যেন দেখা গৈছে। অদূৰৰ পাৰত দুখন নিস্পন্দ ফেৰীনাও, কেইটামান অনুজ্জ্বল লাইট জ্বলিছে তাত। সিপাৰৰ পাহাৰ আৰু টিলাবোৰ গম্ভীৰ সিহঁতে বাত্তিটোৰ বাবে আন্ধাৰ বিকিৰণ কৰিবলৈ সাজু হৈছে।

'আপুনি মোৰ কাৰণে বহুত কৰিলে ··।' হঠাৎ দত্তই ক'লে।

'নাই—নাই, এইটো আৰু কি কাম।' মুৰ জোঁকাৰি মই ক'লো।

'তথাপি মোৰ বাবে এয়া বহুত। আপুনি মোক এটা চেঞ্জ দিছে, এটা গতি দিছে···মই ঋণী আপোনাৰ ওচৰত।' খুব শান্ত তেওঁৰ মাত।

মই একো নামাতিলো। নদীৰ পাৰৰ বেঞ্চিত বহি সেই বৰ্ণময় সূৰ্যাস্তলৈ চাই থাকো। এইখিনিত চহৰৰ সেই তীব্ৰ কোলাহল নাই, মাথোঁ অদূৰৰ ৰাস্তাৰ পৰা মাজে মাজে গাড়ীৰ হৰ্ণৰ শব্দ শুনা যায়।

আমাৰ কথা কিছুমান আপোনাক ক'ম বুলি কেইবাদিনৰ পৰা ভাবি আছো।' যেন মহাকাশৰ সিপাৰৰ পৰা হীৰু দত্তৰ মাত ভাহি আহে। অৱশ্যে বহুত পুৰণি কথা এইবোৰ। আমাৰ এজনী ছোৱালী আছিল বুজিছে। তাইৰ নাম দিছিলো নীৰা। তাইৰ জন্মৰ পিছতে আমাৰ এওঁ সন্তান জন্ম দিয়াৰ ক্ষমতা হেৰুৱাইছিল। হয়তো সেইবাবেই আমি বলিয়াৰ দৰে নীৰাক মৰম কৰিছিলো। সৰু কেৰাণী চাকৰি এটা কৰো। তথাপি তাইক কেন্দ্ৰ কৰি আমাৰ সৰু সংসাৰখন ভালকৈ চলি আছিল। মই নিজে মানুহটো নিমাখিত, অলপ ভয়াতুৰো বুলিব পাৰে। কিন্তু মই যিমান পাৰো সৎ হৈ থকাৰ চেষ্টা কৰো, জ্ঞাতভাৱে মই কাৰো অপকাৰ আজিলৈকে কৰা নাই বুলি ডাঠি ক'ব পাৰো। আমাৰ সকলো সামৰ্থ্যৰে সজাই-পৰাই যেতিয়া তাইক যোল্ল বছৰীয়া

কৰিলো—এদিন গম পালো তাই হেনো প্ৰেমত পৰিছে। ল'ৰাটো আমাৰ কাৰ্যালয়ৰে বিষয়া এজনৰ। প্ৰথমে অলপ হতবুদ্ধি হ'লো বুজিছে, অসহায় হৈ পৰিলো। কাৰ্যালয়ত সহকৰ্মীবোৰে মোক ঠাট্টা কৰে। কয়, আপোনাৰতো দস্তু চিন্তাই নাই, 'বছ'ৰ ল'ৰা আপোনাৰ ছন-ইন-ল'! মই মূৰ্খৰ দৰে হাঁহো বুজিছে। পৃথিৱীখন কিমান আসুৰিক বুজিবলৈ মোৰ বহুত সময় লাগিল। এদিন আমাৰ বিষয়াৰ ল'ৰাই বিয়া পাতিলে আৰু অসমৰ বাহিৰত ক'ৰবাত চাকৰিলৈ গুচি গ'ল। সেই বছৰৰে শীতৰ কোনোবা এটা ৰাতিপুৱাত মোৰ ছোৱালীজনীয়ে আত্মহত্যা কৰে। এণ্ড এট দেট টাইম ছি ৱাজ প্ৰেগনেণ্ট্।'

ৰাস্তাৰে চাইৰেণ বজাই এখন গাড়ী হঠাৎ পাৰ হৈ যায়। মই চমকি উঠি দত্তৰ মুখলৈ চাওঁ। পাৰ্কখনৰ একোণৰ লাইটৰ পৰা তেওঁৰ মুখৰ এফালত পোহৰ পৰিছে। অন্যফালে অন্ধকাৰ।

'তাৰ পিছত আজি প্ৰায় সাত বছৰ পাৰ হৈ গ'ল। ঘটনাহীন, গতিহীন, নিঃশব্দ প্ৰতি ছেকেণ্ডৰ নিষ্ঠুৰতা অনুভৱ কৰি কৰি আমি দুটা প্ৰাণীয়ে আজি সাত বছৰ কটাই দিলো। সিদিনা ভাবিলো, মই বাৰু এনেকৈয়ে চলি যাম; কিন্তু মোৰ এই অকলশৰীয়া অসুখীয়া মানুহজনীৰ বাবে কিবা এটা নকৰো কিয়? ভাবিলো এখন স্কুটাৰ ল'লে কেনে হয়! আমি দুয়ো আজৰি সময়ত অ'ত-ত'ত ফুৰিব পাৰিম। ঘৰখনৰ বাহিৰতো যে এখন পৃথিৱী আছে অন্ততঃ সেইটো তেওঁক দেখুৱাব পাৰিম। সামৰ্থ্য বেছি নাই গতিকে পুৰণা হ'লেও ভাল এখন স্কুটাৰ···। চিটি বাছৰ ভিৰ, সময়, দূৰত্ব এইবোৰ নগণ্য কথা। আচল কথা হ'ল গতি—ক্ৰমশঃ শিলৰ দৰে স্থবিৰ হৈ যাব খোজা আমি দুটা প্ৰাণীক এটা গতি লাগে। নহ'লে আমাৰ জীয়াই থকাটোৱেই অসম্ভৱ হৈ পৰিছিল।

'আজি হয়তো আপুনি মন কৰা নাই, এখন চিটি বাছ মই পিছ পেলাইছো, এখন মটৰ চাইকেল পিছ পেলাই থৈ আহিছো, এটা পৰিয়াল এম্বেছাডৰ এখনত গৈ আছিল, কিন্তু তীব্ৰ প্ৰতিদ্বন্দ্বিতাৰে মই তেওঁলোককো পিছ পেলাই আহিছো আপুনি ঠিক নুবুজিব পাৰে কিন্তু এয়াও আমাৰ বাবে এক ধৰণৰ তৃপ্তি। মোৰ পত্নীয়ে এইকেইদিন স্কুটাৰখনকে লৈ ব্যস্ত আছে, পুৱা মচি-কাছি অফিচৰ বাবে উলিয়াই দিছে, তেওঁ এতিয়া কি কয় জানে—এহেজাৰখন গাড়ী মটৰৰ ভিতৰতো তেওঁ মোৰ স্কুটাৰখনৰ মাত ঠিক ধৰি উলিয়াব পাৰিব।'

মোৰ কাণে চাই হীৰু দত্তই হাঁহিলে। তেওঁৰ মুখৰ ওপৰত পোহৰ আৰু ছাঁই খেলা কৰি আছে। তেওঁৰ হাঁহিটো ভৌতিক যেন বোধ হ'ল।

নদীৰ পৰা এজাক সেমেকা বতাহ বৈ আছে। নদীৰ কজলা পানীত ফেৰীনাও দুখন বৈ আছে, এতিয়া ধৰিব পাৰি পানীৰ ঢৌত নাও দুখন সামান্য কঁপি কঁপি আছে, তাৰ আলোকিত খিৰিকিৰ পৰা পোহৰৰ দুই-এটা টুকুৰা পানীৰ ওপৰত ছিটিকি পৰিছে।

দূৰত ক'ৰবাত ৰাতি আঠবজাৰ সময়-সংকেত শুনা গ'ল। 'উঠো বলক, যথেষ্ট দেৰি হ'ল।' দত্তই ক'লে। আমি উঠিলো। অদূৰৰ ৰাস্তাত মানুহ, যান-বাহন ক্ৰমশঃ সেৰেঙা হৈ পৰিছে। মাথো শাৰী শাৰী নিয়ন লাইট বিশ্বস্ত প্ৰহৰীৰ দৰে দুয়োকাষে থিয় দি আছে।

স্কুটাৰখনৰ ওচৰলৈ আহি তেলৰ চাবিটো খুলি দত্তই ষ্টাৰ্টাৰত কিক্ মাৰিলে। এঘাৰ-বাৰমানৰ মূৰত স্কুটাৰখন ষ্টাৰ্ট হ'ল। প্লাগত ভালদৰে কাৰেণ্ট অহা নাই। কনডেনচাৰ বা পইণ্টৰ গণ্ডগোল আছে নেকি ?

দুদিনমানৰ পিছত এদিন ৰাতি-ৰাতি বহুতেই হৈছিল—তেতিয়া দুৱাৰত টোকৰ শুনি খুলি চাই দেখো বাৰাণ্ডাত হীৰু দত্ত বৈ আছে। ঘামত সৰ্বাঙ্গ লুতুৰি-পুতুৰি, ক্লান্তিজৰ্জৰ মুখ তেওঁৰ। ৰাস্তাত স্কুটাৰখন ষ্টেণ্ড কৰি থোৱা আছে—তাৰ কাষতে দত্ত-পত্নী থিয় হৈ আছে। মই আচৰিত হ'লো, মইতো স্কুটাৰখনৰ সেই পৰিচিত শব্দ শুনা নাছিলো !

'ইমান ৰাতি ক'ৰ পৰা দত্তদা ?'

'স্কুটাৰখন' কি হ'ল জানো। পাণবজাৰৰ ওচৰৰ পৰা ষ্টাৰ্টটো কন্‌টিনিউ নকৰা হ'ল। গিয়েৰ লগালেই বন্ধ হৈ যায়। আজি তাতে দেওবাৰ, গেৰেজবোৰো সোনকালে বন্ধ হ'ল। তাৰ পৰা ঠেলি ঠেলি এইখিনি পাইছোহি।'

কিবা এটা জটিল গণ্ডগোল হৈছে হয়। পিছদিনা মই চিনাকি মেকানিক এজনক মাতি আনি ঠিক কৰাই দিম বুলি প্ৰতিশ্ৰুতি দিয়াত দত্তহঁত যায়গৈ। জোনৰ ম্লান পোহৰত মই সেই গৃহাভিমুখী পৰিয়ালটো দেখা পালো।

তাৰপিছত এদিন মই কলিকতালৈ যাব লগা হ'ল। প্ৰায় ডেৰমাহমান খুব ব্যস্ততা, দায়িত্ব আৰু কৰ্তব্যৰ মাজত থাকি এদিন যেতিয়া মই ঘূৰি আহিলো হীৰু দত্ত আৰু তেওঁৰ স্কুটাৰ সম্পৰ্কে মই প্ৰায় পাহৰি গৈছিলো। কিন্তু পিছদিনা ৰাতিপুৱা মোৰ খিৰিকিখনৰ কাষত বহি বহি মই চমকি উঠিলো, আকস্মিক

বাতৰি দিলে, কিছু সময় পাৰ হৈ গ'ল—কিন্তু দত্তৰ স্কুটাৰৰ সেই বিকট শব্দই গলিটো কঁপোৱা নাই। সম্মুখৰ ৰাস্তাৰে মাথো নিঃশব্দতা বৈ গৈছে।

গধূলি হৈছে দত্তৰ ঘৰৰ পিনে গ'লো। প্ৰায় অন্ধকাৰ তেওঁৰ বাৰাণ্ডাখনত এটা ছায়ামূৰ্ত্তি বৈ আছে—সেয়া দত্তপত্নী। ৰাস্তাৰ টিউবলাইটটো মুমূৰ্ষু হৈ পৰিছে, আজি জোনৰ পোহৰো অৰ্ধস্ফুট। মই সককৈ কাহিলো।

'কেনে আছে?'

তেওঁৰ যেন সম্বিত ঘূৰি আহিল। মোক লৈ ব্যস্ত হৈ পৰিল। 'বহু দিন হ'ল নহয় আপুনি যোৱা। আপোনাৰ কামবোৰ হ'লনে বাৰু? আহক ভিতৰলৈ বহকহি।'

'দত্তদা ক'ত' বাৰাণ্ডাখনত ভৰি দিলো। 'অফিচৰ পৰা অহাই নাই। বজাৰতে দেৰি হৈছে নেকি?'

'স্কুটাৰখন-' যেন ইয়াৰ পিছত এই প্ৰশ্নটো অৱশ্যম্ভাৱী 'স্কুটাৰখন ঠিকে চলি আছেনে?'

নিৰৱতা। অ' স্কুটাৰখন-' তেওঁৰ মাতটো সামান্য কঁপি উঠিল। স্কুটাৰখন বেয়া হ'ল নহয়? একেবাৰে নচলা হ'ল! ভিতৰত বোলে বহুত কিবাকিবি বেয়া আছিল, সেইকেইদিন চলাওঁতেই চব ভাগি-ছিগি খহি পৰিল···। আৰু হেনো সেইখন ভাল কৰিব পৰা নাযাব।'

বহা কোঠাৰ দুৱাৰদলিত ভৰি দি এক মুহূৰ্ত ৰ'লো। কিয় জানো বোধ হ'ল, এনে এখন পৃথিৱীত আহি ভৰি দিছো, যত সময় স্তব্ধ, স্ৰোতহীন; চাৰিওপিনৰ অস্পষ্ট আন্ধাৰত অনুভূতিৰ শেষ অস্তৰালো ক্ৰমশঃ নিমজ্জিত হৈ আহিছে।

'নাই নাই—' জড়তাখিনি জোঁকাৰি মই ক'লো, 'কিয় ভাল কৰিব পৰা নাযাব স্কুটাৰখন। ঠিক হৈ যাব।'

দত্তপত্নীয়ে ড্ৰয়িংৰুমৰ লাইটটো জ্বলালে। খিৰিকিৰে আন্ধাৰবোৰ পলাই গ'ল। সৰু পৰিচ্ছন্ন এটা কোঠা, কেইখনমান চকী-মেজ, এটা ছেল্ফ, কেইখনমান পুৰণি আলোচনী, দেৱালত দুখনমান কেলেণ্ডাৰ আৰু এখন ফ্ৰেমবন্ধা ফটো আৰু এচুকত থিয় দি আছে সেই প্ৰাগৈতিহাসিক স্কুটাৰখন।

'বহক' দত্তপত্নীয়ে ক'লে। তেওঁ ভিতৰ সোমাই গ'ল, সম্ভৱতঃ চাহৰ যোগাৰ কৰিবলৈ।

স্কুটাৰখনৰ ওচৰলৈ আহিলো। স্কুটাৰখন মানে স্কুটাৰখনৰ ফ্ৰেমটো,

ষ্টাৰ্টাৰডাল ভঙা, ছুক এবজৰ্বাৰ দুটুকুৰা হৈ আছে, হেড্‌লাইটটো ওলমি পৰিছে, ইঞ্জিনৰ ওপৰৰ ক'ভাৰটো খোলা, তাৰ ভিতৰৰ বহুতো অংশ নাই, দুটামান অংশ খুলি মাটিত থৈ দিয়া আছে, ভিতৰৰ বহু ঠাইত কেইবাটাও পুৰণি জালাইৰ চিন···এৰা, এইখন স্কুটাৰ আৰু ভাল কৰি লৈ চলাব পৰা নহ'ব। অসহায়ৰ দৰে চাৰিওপিনে চালো, শৱদেহৰ দৰে স্থিৰ এটা পৰিবেশ।

ঠিক তেনেতে সমুখৰ বেৰত ওলমি থকা ফটোখন ভালদৰে মোৰ চকুত পৰিল। হাতেৰে কাঁচখনৰ ওপৰৰ ধূলিৰ চামনিটো মচি দি দেখিলো— এজনী ষোড়শীৰ হাঁহি থকা মুখ। নিষ্পাপ, সৰল। নিঃসন্দেহে, হীৰু দত্তৰ সেই ছোৱালীজনীয়েই—নীৰা। প্ৰায় সাত বছৰ আগেয়ে—শীতৰ এক ৰাতি-পুৱা যিয়ে আত্মহত্যা কৰিছিল। এট্‌ দ্যেট টাইম ছি ৱাজ প্ৰেগনেণ্ট্‌।

'কি চাইছে ?'

চমকি উঠি ঘুৰি চাই দেখো দুৱাৰডলিত হীৰু দত্ত বৈ আছে। হাতৰ মোনাত বজাৰৰ শাক-পাচলি, গাত ছিঠিবাছৰ ভিৰ—বিধ্বস্ত পোছাক। মুখত কিয়পি পৰা ক্লান্তি। অন্ততঃ এক মুহূৰ্তৰ বাবে পৃথিৱীৰ আটাইতকৈ স্তব্ধ এটা সময় কোঠাটোৰ ভিতৰত ওলমি থাকিল।

(প্ৰকাশ' ৮৭, ৰংপুৰ' ৯২)

# সূৰ্যৰ পোহৰত এজন আততায়ী

'দেশখনৰ যে কি হৈ গৈছে।' নিৰঞ্জনৰ পাণ দোকানত চাৰমিনাৰ এটা জ্বলাবলৈ লৈ বিমান লস্কৰে নিজৰ দুৰ্ভাৱনা প্ৰকাশ কৰিলে।

'কিয়? আজি আকৌ কিবা হ'ল নেকি?'

'ৰেল লাইনত এটা ডেড বডী পোৱা গৈছে।' লস্কৰে চিগাৰেটত দীঘলীয়াকৈ এটা হোপা দি অন্যমনস্কভাৱে ক'লে—'বস্তা এটাৰ ভিতৰত। গোটেই বস্তাটো তেজেৰে তিতি আছে—একদম কেঁচা তেজ।'

সৰু পাণ দোকানখনত কেইজনমান গ্ৰাহক আছিল, তেওঁলোকে লস্কৰৰ পিনে ঘূৰি চালে। কোনেও একো মুখেৰে নকলেও ধৰিব পাৰি খবৰটোৱে প্ৰতিজনৰে মুখত দুঃচিন্তাৰ এডাল দুডাল ৰেখা আঁকি থৈ গৈছে।

'ডেড বডীটো মতা মানুহৰ নে ছোৱালীৰ?' নিৰঞ্জনে লাহেকৈ সুধিলে। গ্ৰাহক এজনক ঘূৰাই দিবলৈ টকা পোন্ধৰটা গণোতে বাৰে বাৰে ভুল হ'ল তাৰ।

'মতা মানুহ'—মতা মানুহৰেই হ'ব। মই বস্তাটোৰ পৰা ওলাই থকা তাৰ মূৰটো দেখিছিলো। চিনিব নোৱাৰি একদম—মুখখন তলমূৰকৈ পৰি আছে। তাতে মূৰত ডেগাৰেৰে ঘপিওৱা হৈছিল হবলা—তেজেৰে কৰাল মাৰি আছে।'

'এইখন পৃথিৱীত আৰু বেছি দিন টিকি থকা সম্ভৱ নহয়।' কোনোবা এজনে পুনৰ দুৰ্ভাৱনা প্ৰকাশ কৰিলে।

বিমান লস্কৰে নিজৰ ছাতিটো মেলিলে। 'যাও—দিনটো একেবাৰে নষ্ট হৈ গ'ল। মই ওলাইছিলো আকৌ বজাৰৰ পিনে। বাট চমুৱাবলৈ বুলি ৰেলআলিৰ পিনে যাওতেই এইখন দেখিলো—উহ, কি ভয়ংকৰ।'

'পুলৰ ওচৰত নেকি?' নিৰঞ্জনে সন্তৰ্পণে সুধিলে।

'অ—পুলৰ ওচৰতেই। গ'লে দেখিবিয়েই দুটা এটা মানুহো জমা হৈছে।'

আধাঘণ্টামানৰ পিছত যেতিয়া দুই এজনকৈ গ্ৰাহকবোৰ নাইকিয়া হ'ল, নিৰঞ্জনে দোকানৰ পাটখন পেলাই তলাটো লগালে।

দুপৰীয়াৰ বেলিয়ে তাৰ অকৃপণ পোহৰ গাঁৱৰ চাবিআলিটোত বিলাই দিছে। আকাশ সম্পূৰ্ণ নীলা। ৰাস্তাৰ দুকাষৰ নাৰিকল গছৰ পাতবোৰে ৰ'দৰ এটা দুটা ৰেখা গাত সানি লৈছে।

ঘৰৰ পিনে গৈ থাকোতে নিৰঞ্জনে গম পালে সি কিছু দুৰ্বল অনুভৱ কৰিছে

—খোজবোৰ ভালদৰে পৰা নাই। যোৱা নিশা ভালদৰে তাৰ টোপনি নগ'ল, তাৰ বাবেও এনে লাগিব পাৰে।

পদূলিত জপনাখনৰ ওচৰত নিৰঞ্জন এক মুহূৰ্ত ৰ'ল। ঘৰৰ চোতালত সাধাৰণতে এই সময়ত তাৰ বুঢ়া বাপেকে ৰ'দ লৈ বহি থাকে—বুঢ়াটো আজি বহা নাই। সন্দেহ আৰু সামান্য শংকাৰে সি জপনাখন খুলি সোমাই গ'ল। দুৱাৰডলিত তাৰ ডাঙৰজনী ভনীয়েক থিয় দি আছে—তাইৰ মুখৰ ওপৰত ছাঁ।

'পিতাই ক'ত?' সি সুধিলে।

'আছে—ৰেলআলিৰ পিনে যাবলৈ ওলাইছে। মানুহ এটা মৰি পৰি আছে বোলে তাত।'

'কি হ'ল পিছে?' ৰুক্ষভাৱে নিৰঞ্জনে ক'লে।

ভিতৰৰ পৰা বুঢ়াৰ চিঞৰ শুনা গ'ল। 'কি হ'ল মানে? তই থাক বহি ঘৰতে। পেটৰ পোৱালীৰ মায়া তই কি বুজি পাবি।' বুঢ়াৰ বুকুত পৃথিৱীৰ সমস্ত কফ জমা হৈ আছে—সেয়ে মাতটো চিঁ চিঁকৈ শুনা গ'ল। সি দেখিলে বুঢ়াৰ দেহত থিয় দিবলৈকে শক্তি নাই, তথাপি তাৰ সৰু ভনীয়েকজনীৰ সহায়ত চোলাটো পিন্ধি বাহিৰলৈ যাবলৈ ওলাইছে।

দুৱাৰডলিত ভেজা দি নিৰঞ্জন ৰৈ থাকে। অথিৰ অবিৰ এটা ভাব। পৃথিৱীত কোনেও কাকো শান্তিত থাকিবলৈ নিদিয়ে। ভিতৰলৈ সোমাই গৈ কলহটোৰ পৰা পানী এগিলাছ বাকী সি পি ললে।

'হৈছে হৈছে। ঘৰতে থাক।' মাতলৈ যিমান পাৰে কঠোৰতা আনি সি চিঞৰিলে—'কৰবাত মৰাশ এটা ওলাইছে তাকে নাচালে যদি তইঁতৰ শান্তি নহয় ময়ে চাই আহিছো তেন্তে।'

বাপেকক ঘৰতে ৰাখি পথাৰৰ মাজেৰে নিৰঞ্জনে আচ্ছন্নৰ দৰে খোজ দি যায়। ভায়েক বিনন্দ ঘৰলৈ আজি কিমান দিন অহা নাই? দুসপ্তাহ পাৰ হৈ আজি যোল্ল দিন গ'ল। কেইদিনমানৰ আগেয়ে সোথন পথাৰত আন এটা ডেড বডী পোৱা গৈছিল—সেইটোকে লৈও ঘৰখন কন্দাকটা দুঃচিন্তাৰে ভৰি গৈছিল।

এইখন পথাৰ সোথন নদী য'ত সিহঁতে ৰবাৰ টেঙাৰ বলেৰে ফুটবল খেলিছিল,ভুৰ এথনকে লৈ দিনটো পানীত খেদালি ফুৰিছিল—। সৌটো ৰেললাইন, য'ত ৰেলগাড়ী চাবলৈ বুলি সিহঁতে দিনটো বৈছিল সেই সৰ্পিল যন্ত্ৰদানৱটোৰ ছন্দোবদ্ধ শব্দ। কিমান দিনৰ আগৰ কথানো আছিল সেইবোৰ।

নদীৰ ওপৰত থকা সৌ ৰেল দলঙখনৰ লোহাত ক্ষুলৰ পৰা উলটি আহোঁতে বিনন্দই যে এদিন চকমাটিৰে ঘহি ঘহি নিজৰ নামটো লিখিছিল এতিয়াও চাগে তাৰ চিন সম্পূৰ্ণ মচ যোৱা নাই।

সৰু টিলাটোৰ ওচৰেদি ৰেল লাইনটোৱে মোৰ এটা লৈছে : কেইটামান ঘন জোপোহা সেইখিনিতে। পথাৰৰ পৰা ৰেল লাইনটোত উঠি নিৰঞ্জনে দেখিলে দূৰৈত ৰেল-দলঙৰ ওচৰত কেইজনমান মানুহ বৈ আছে।

লোৰ চিৰি দুডালৰ মাজেৰে খোজ দি দি নিৰঞ্জনে মানুহ কেইজনৰ ওচৰ পায়গৈ। ৰেলৰ চিৰি দুটাত বস্তাটো পৰি আছে। বস্তাৰ খোলা মুৰটোৰে তলমুৱাকৈ পৰি থকা মানুহটোৰ মূৰৰ একাংশ দেখা গৈছে। গোটেই বস্তাটো তেজেৰে চপচপীয়া হৈ আছে, আনকি ৰেল আলিৰ কাষৰ ঘাঁহনিত তেজৰ দাগ ধৰিব পাৰি, গধুৰ বস্তাটো সেইখিনিলৈ চোঁচোৰাই অনা হৈছিল। থৰ লাগি নিৰঞ্জনে তেজ বস্তাটোৰ পিনে চাই ৰয়।

'কি অ' নিৰঞ্জন ; কিবা ধৰিব পাৰিছনে ?' কোনোবা এজনে মতাত তাৰ সম্বিত ঘুৰি আহিল। মানুহজন গাঁৱৰে।

'নাই—ধৰিব নোৱাৰি একো।' নিৰঞ্জনে সৰুকৈ ক'লে। মানুহজনৰে প্ৰশ্নৰ অন্ত অৰ্থটো সি বুজাকৈ নাথাকিল।

পশ্চিম হাটীৰ পিনৰ পৰা আন এজন মানুহ আহিল। তেওঁ শশী হালৈ। মূৰত গামোচা এখন মেৰিয়াই লৈছে। তেওঁ আৰু ধুতিখন লুঙিৰ দৰে কৰি পিন্ধিছে।

'পুলিচত খবৰ দিয়া হৈছেনে ?' খুব ব্যস্ত ভংগীৰে হালৈয়ে সুধিলে

'গৈছে। আমাৰ গাঁৱৰে ল'ৰা এটা পঠাইছো।' কোনোবা এজনে জনালে।

'পুলিচেনো কিটো কৰিব আহি। আজিকালি আৰু সেইবোৰ নিমিত্ত মাত্ৰহে।' হালৈয়ে আকৌ ক'লে।

নিৰঞ্জন আঁতৰি আহে অকণমান। গছ এজোপাৰ তলত বহে। পৃথিৱীখন তাৰ চাৰিওপিনে ঘূৰিব ধৰিছে, চকুৰ সমুখত যেন আন্ধাৰৰ পাতল পৰ্দা এখন নামি আহিছে।

ৰেলগাড়ীখন আহিব হৈছে।' এহাতে চাইকেল এখন ধৰি আনটো হাতৰ ঘড়ীলৈ চাই এজন মানুহে ক'লে। আন দিনাতো ইমান সময়ে ৰেলগাড়ীখন পাৰ হৈয়েই যায়।'

মূৰৰ আচন্দ্ৰাই ভাবটো বাঢ়ি যায় নিৰঞ্জনৰ। পুলিচ আহি পাব নেকি

এতিয়া বাৰু ? সে মানুহ কেইজনেই উৎসাহৰ আতিশয্যত ভেড বস্তাটো লুটিয়াই নাচায়তো ?

ক'তো অকণো বতাহ নাই। ক'তো গছৰ পাত এটাও কঁপি থকা নাই। নিৰ্মম নীলা আকাশত শিলৰ দৰে বৈ আছে কেইটুকুৰামান ডাৱৰ।

সমুখত পৰি থকা শটো যে তাৰ ভায়েক বিনন্দৰ, ইয়াত সন্দেহ হুবলগীয়া নিৰঞ্জনৰ একো নাই। সি তলমুৰাকৈ পৰি থাকিব পাৰে; কিন্তু নিৰঞ্জনক ইমান সহজে ফাঁকি দিব নোৱাৰে। তাৰ প্ৰতিডাল চুলি নিৰঞ্জনে চিনি পায়। এতিয়াও নিৰঞ্জনে স্পষ্ট দেখিছে বিনন্দৰ ডিঙিৰ পিছফালে সৰুতে কেনেবাকৈ কটা অকণমান দাগটো। কিন্তু তাৰ গাত ইমানবোৰ তেজ আছিলনে ?

'এইটো একেবাৰে ডেকা ল'ৰা আছিল।' ইফালৰ পৰা চাই হালৈয়ে ক'লে। 'নিৰঞ্জন – তই চাইছনে ভালকৈ।'

'চাইছো চাইছো—।' তৎপৰ হৈ উঠিল সি। কিন্তু নিৰঞ্জনৰ চাব লগা আৰু একোৱেই নাই। সি মাথোঁ পথাৰখন পিছফালে প্ৰসাৰিত দিগন্তৰ পিনে দিশহাৰা দৃষ্টিৰে চাই ৰয়। গছ এজোপাৰ ওপৰৰ পৰা কেইটামান অচিনাকি চৰায়ে কৰ্কশ মাতেৰে মাতি উঠে।

সৌখন পথাৰত এদিন, খুব বেছি দিনৰ আগৰ কথা নহয় এইবোৰ, সি আৰু বিনন্দ দৌৰি-ঢপলিয়াই ফুৰিছিল। আগেয়ে সৌ ডোখৰত বিলৰ দৰে এখন আছিল, তাত শেলুক বিচাৰি দুয়োটাই চলাথ কৰিছিল। সৰুৰে পৰা নিৰঞ্জন আছিল ক্ষীণ-দুৰ্বল, ৰবাৰ টেঙাৰ বল লৈ খেলাৰ সময়ত গাঁৱৰ ল'ৰাবোৰে প্ৰায়েই তাক বগৰাই পেলাইছিল, সেই কাৰণে বিনন্দই সদায় তাৰ দলত খেলিছিল। নিৰঞ্জনক ফাউল কৰি যোৱাটোৱে বিনন্দৰ পৰা সাৰি যাব নোৱাৰিছিল কেতিয়াও। স্কুলতো গাঁৱৰ ইমানবোৰ ল'ৰা থাকোতে বিনন্দ সদায় স্কুল ছুটীৰ পিছত নিৰঞ্জনলৈ বৈ আছিল। বিশাল ওখ এজোপা গছৰ দৰে নিৰঞ্জনৰ শৈশৱ ওখ হৈ তাৰ দীৰ্ঘ দূৰৱৰ্তী ছাঁ পেলায়, তাক স্পৰ্শ কৰে, সেই গছৰ ডালে ডালে ফলৰ দৰে নিৰঞ্জনে নানা এনে দৃশ্য দেখা পায়।

'বেলখন কিন্তু আহিবই এতিয়া।' কোনোবা এজনে আকৌ ক'লে। 'থানাৰ পৰা কোনো নাপালেহি।'

অথচ, নিৰঞ্জনে ভাবিলে, সেইটো বিনন্দই এসময়ত কিয় ঘৰ-বাৰী এৰি তাক এৰি ঘুৰি ফুৰিবলৈ ললে। নিৰঞ্জনে পঢ়িব নোৱাৰিলেগৈ যদিও বিনন্দই

খুব ভালকৈ মেট্ৰিক পাছ কৰে। দহ মাইল দূৰৈৰ টাউনৰ কলেজখনলৈ ছুদিনমান গৈয়েই সি কিয় পঢ়াশুনা বাদ দিলে। তাৰ পিছত বহুদিন সি একো নকৰিলে। এদিন হঠাৎ নিৰঞ্জনহঁতৰ ঘৰ পুলিচে আগুৰি ধৰিলে, গোটেই ঘৰ তছিলং কৰি বিনন্দক বিচাৰিলে বিনন্দৰ পঢ়া টেবুলৰ পৰা উদ্ধাৰ কৰিলে কিছুমান নিষিদ্ধ কাগজ-পত্ৰ, কিন্তু ইতিমধ্যে বিনন্দ যেন কিবা যাদুশক্তিৰ বলত ঘৰৰ পৰা অদৃশ্য হৈ গৈছে। তাৰ পিছৰ পৰা বিনন্দ এক অদ্ভুত প্ৰাণী, কেতিয়াবা হঠাৎ সি ওলায়হি, হয়তো ছুদিন থাকে কেতিয়াবা, কেতিয়াবা নাথাকে। নিৰঞ্জনে নাজানে, সি কি কৰিছে বা কি কৰিব খুজিছে ; কিন্তু মাক নথকা ঘৰখনত বিনন্দ আৰু এটা দুশ্চিন্তাৰ বোজা হ'ল। ছুজনীকৈ ভনীয়েক বিয়া দিবলৈ আছে, বুঢ়া বাপেকটো কোনদিনা সিফলীয়া হয় ঠিকনা নাই : তাতে বিনন্দৰ বাবেও ঘৰখনত কলংকৰ চাপ এটা পৰিল।

আৰু এতিয়া, গছজোপাৰ তলত অলসভাৱে বহি নিৰঞ্জনে ভাবে, যেতিয়া পুলিচৰ দলটো আহি শটো লুটিয়াই দিব, সকলোৱে দেখা পাব বিনন্দৰ মুখ তেতিয়া আকৌ এটা কেলেংকাৰী নহবগৈনে ? ঘৰৰ কন্দাকটা, বেমাৰীবুঢ়াটোৰ হুমুনিয়াহ, পুলিচ-থানা, আৰু পাণ দোকানখনৰ টকা কেইটাৰে সি নিৰঞ্জনে শ্ৰাদ্ধই পাতিবনে বিয়াই পাতিব। ভয়ানক নৈৰাশ্যৰে আবিষ্ট হৈ যায় সি! .

ঠিক তেনেতে সি দেখে দূৰৈৰ পথাৰৰ মাজৰ লুংলুঙীয়া বাটেদি বৃদ্ধ জৰ্জৰ পশুৰ দৰে কিবা এটা লাহে লাহে ৰেল লাইনৰ পিনে আহি আছে। খুব ভালকৈ চাই সি চিনিব পাৰিলে বুঢ়া বাপেকক। লাখুটিত ভৰ দি নিজৰ জীৰ্ণ দেহাটো চোচোৰাই কোনো ৰকমে এইপিনে আহি আছে বুঢ়াই। নিৰঞ্জনৰ বুকুৰ মাজত অজানিতে জমা হয় শ্বাস। সি আৰু কোনোফালেই চাব নিবিচাৰে, পৃথিৱীৰ চব ৰং মুচি গৈছে তাৰ চকুত—চাৰিওপিনে অস্পষ্টতা আৰু অস্পষ্টতা।

'ট্ৰেইন আহিছে—ট্ৰেইনখন আহিছে।' অকস্মাৎ এজনে চিঞৰি উঠে।

'হেৰা লাঠী এডাল আনাচোন! বস্তাটো ৰেল লাইনৰ পৰা আঁতৰাই দিও!' হালৈৰ চিঞৰ নিৰঞ্জনে শুনা পায়।

সি দেখে কোনোবা এটা দৌৰি গৈছে আলিটোৰ কাষৰ পৰা দীঘল বাঁহ এডাল আজুৰি আনিবলৈ। এটাই গছৰ ডাল এটাকে ভঙাৰ চেষ্টা কৰিছে।

বিভ্ৰান্তৰ দৰে সি বহি ৰয়। ট্ৰেইনৰ শব্দ ক্ৰমশঃ ওচৰ চাপিছে। কিন্তু ইতিমধ্যে মানুহকেইজনে দুডাল লাঠীৰ সহায়ত বিনন্দক ৰেল লাইনৰ পৰা

আঁতৰোৱাৰ চেষ্টা কৰিছে। আৰু সি দেখে বুঢ়া বাপেক পথাৰৰ বাটেৰে আহি ৰেলৰ আলিটো পাইছেহিয়েই।

গাৰ সমস্ত শক্তি প্ৰয়োগ কৰি নিৰঞ্জন জপিয়াই উঠে। তাৰ মুখত ক্ৰমশঃ এক আদিম কাঠিন্যই দানা বান্ধিছে। 'কোনেও মুচুৰি শটো—' সি চিঞৰিলে। ৰেলগাড়ীৰ ইঞ্জিনৰ ভয়ংকৰ শব্দ, টিলাটোত প্ৰতিধ্বনিত হৈ আহে। নিৰঞ্জনে মানুহ কেইজনক ডেড বডীটোৰ ওচৰৰ পৰা ঠেলি আঁতৰাই পঠাব খোজে।

'এইটো পাগল হোৱা নাইতো!' কোনোবা এজনে কয়।

'মুচুৰি শটো—' নিৰঞ্জনে আকৌ চিঞৰে। সুদক্ষ ভাষণীয়াৰ দৰে সি মানুহ কেইজনক কয়, '—পুলিচ আহিলে কিন্তু সব বিপদত পৰিবি।'

'কিন্তু ৰেলগাড়ীখনে ডেড বডীটো কাটি পেলাব এতিয়া '......' কোনোবা এটাই কব খুজিলে কিন্তু তাৰ মাত—আগুৱান যন্ত্ৰ দানৱটোৰ ধাতৱ কোলাহলত হেৰাই গ'ল।

তেতিয়া নিৰঞ্জনে দেখে সেই ঘটনাটো—প্ৰাগঐতিহাসিক জন্তু এটাৰ দৰে বিম্বাশবদে ৰেলগাড়ীৰ ইঞ্জিনটো টিলাটোৰ মোৰটোৰ পৰা ওলাই আহিছে। মুহূৰ্তৰ এক সূক্ষ্ম ভগ্নাংশ—তাৰ পিছতেই কুৎসিত ইঞ্জিনটো বিনন্দৰ শৰীৰৰ ওপৰেৰে পাৰ হৈ যায়। ক্ষুৰধাৰ চকাবোৰে ছিন্ন-বিচ্ছিন্ন কৰি দিয়ে তাৰ শৰীৰ-মাংসপিণ্ডৰ ক্ষুদ্ৰ ক্ষুদ্ৰ টুকুৰা চাৰিওপিনে চিটিকি পৰে। নিৰঞ্জনৰ গালৈও চিটিকি আহে থোপা থোপা তেজ।

এসময়ত ৰেলগাড়ীখন পাৰ হৈ যায়—। নিৰঞ্জনে দেখে ডেড বডীটো নিশ্চিহ্ন হৈ গৈছে; অ'ত ত'ত দুই এটুকুৰা মাংস অলপ তেজ, ৰেল লাইনত বস্তাটোৰ কেইটুকুৰামান পৰি ৰয়।

চাৰিওপিনে একেবাৰে নিথাদ স্তব্ধতা! আনকি গছৰ ওপৰত চৰাই কেইটায়ো মাত মতা নাই। সমস্ত বনজ অৰ্কেষ্ট্ৰা স্তব্ধ হৈ গৈছে।

নিৰঞ্জনে ঘূৰি চাই দেখে, গছজোপাৰ তলত তাৰ বুঢ়া বাপেক বৈ আছে। কুজা শৰীৰটোৰ সমস্ত ভৰ লাঠীডালত। নিষ্ফলা পথাৰৰ দৰে বুঢ়াৰ মুখ। ঠিক কি হৈ গ'ল বুঢ়াই বুজিব নোৱাৰে।

নিৰঞ্জন বুঢ়াৰ ওচৰলৈ যায়—ব'ল, পিতাই। আন কাৰোবাৰ মৰাশহে আছিল সেইটো।'

পথাৰৰ লুংলুঙীয়া বাটেৰে বুঢ়া বাপেকক নিৰঞ্জনে পৰম সহানুভূতিৰে ঘৰৰ পিনে লৈ যায়। (মাজিন '৯০)

# নিৰ্মনা

দীৰ্ঘছন্দ বত্তাহত ডিপাৰ্টমেণ্টেল ষ্ট'ৰখনৰ তুমহলাৰ খিৰিকিৰ পাতল পৰ্দাখন কঁপি উঠে। অজানে তেতিয়া তাইক কেইমুহূৰ্তমানৰ বাবে খিৰিকিৰ ফ্ৰেমত দেখা পায়। এখন আকাশ নীলা শাৰী সদায় পিন্ধি থাকে তাই; তাইৰ দীৰ্ঘ ঋজু দেহ নীৰক্ত গছৰ দৰে কাউণ্টাৰত থিয় দি থাকে। খুব চকামকাকৈ অস্পষ্টভাৱে কেইমুহূৰ্তমানৰ বাবে অজানে তাইক সেই অৱস্থাত দেখা পায়।

তাৰ সমুখত ধূমায়িত যুদ্ধক্ষেত্ৰৰ দৰে চহৰ। বওৰা বুক ষ্টলৰ কাউণ্টাৰত বহি গাড়ী-মটৰ-পথচাৰীৰ আশ্চয স্ৰোতস্বিনীক সি প্ৰত্যক্ষ কৰে। দুখন মালবাহী ট্ৰাক পাৰ হৈ যায়, তীব্ৰ গতিৰে এখন মটৰ চাইকেল আহি ৰয়াহি, ষ্টপেজটোত এখন ছিটিবাছৰ পৰা উদ্ব্যস্তভাৱে কিছুমান মানুহ নামে। বত্তাহত পোৰা ডিজেলৰ গোন্ধ, ধূলিৰ গোন্ধ, উচ্ছিষ্টৰ গোন্ধ ওপঙি ৰয়।

অন্যমনস্কভাৱে ছিগাৰেটত হোপা দি দি এজন গ্ৰাহক আহে। এই কেইদিনতে সি অনুমান কৰিছে এই নিয়মিত গ্ৰাহকজন ওচৰৰ কলেজখনৰ অধ্যাপক। অলসভাৱে তেওঁ হেঙাৰত ওলোমাই ৰখা আলোচনীবোৰৰ ওপৰত চকু ফুৰাই যায়। এই সপ্তাহৰ ছানডে'খন এতিয়াও পোৱাহি নাই, নহয়? আচ্ছা—আজিৰ টেলিগ্ৰাফখন দিয়কচোন। বেকবপৰা খুব স্মাৰ্ট ভংগীৰে সি বাতৰি কাকতখন আনি দিয়ে। পাঁচটকীয়া নোট এখন নিজৰ তৰ্জনী আৰু বুঢ়া আঙুলিটোৰে ধৰি অধ্যাপকে বিব্ৰতভাৱে হাঁহে—আজিও আপোনাক খুচুৰা দিব নোৱাৰিলো। তেওঁ কাগজখনৰ ভাঁজ খোলে—আহ! থাৰ্টি তামিলছ কিল্‌ড্। প্ৰথম পৃষ্ঠাটো মেলি তেওঁ চকু ফুৰাই যায়। —আমেৰিকাই আকৌ এটা নিউক্লিয়াৰ এক্সপ্ল'জন ঘটাইছে। ·· এক্সপ্ল'ডেড্ এ নিউক্লিয়াৰ বেপন ছিক্স হানড্ৰেড, টেন মিটাৰছ বিনিথ দা নেৱেদা ডিজাৰ্ট ডেস্পাইট এ ছোভিয়েত অফাৰ অৰ এ জইণ্ট টেষ্ট বেন এণ্ড······

এৰা, সি ভাবে, বাতৰি কাকতত যুদ্ধৰ খবৰ, হত্যাকাণ্ডৰ খবৰ, কৰবাত বোমা ফুটিছে, কৰবাত ৰেল দুৰ্ঘটনা, দুজন স্কুটাৰ আৰোহীয়ে গুলিয়াইছে তিনিজন ফুটপাথচাৰীক, দুৰ্ভিক্ষ, খৰাং, মহামাৰীয়ে দেশ চানি ধৰিছে। চাৰিওপিনে ধূলি ধোঁৱা আৰু দুৰ্গন্ধ, চাৰিওপিনে গাড়ী মটৰৰ গৰ্জন, শ শ ব্যস্ত জনতাৰ কলৰোল, গেৰেজৰপৰা ভাহি আহিছে ধাতৱ কোলাহল, নাতিদূৰৰ নিৰ্মীয়মান স্কাইস্ক্ৰেপাৰত নামি আহিছে প্ৰচণ্ড শব্দৰে ক্ৰেনহেমাৰ ··· চং ···চং ···চং ··· ।

এইবোৰৰ মাজত কি কোনো দ্বীপ নাই, কোনো মৰুদ্যান নাই? জলন্ত আকাশত ক'তো এজোপা গছ নাই, আশ্রয়ৰ সামান্য প্রতিশ্রুতিৰে ক'তো অকণমান ছাঁ নাই।

অসহায়ভাৱে সি ডিপার্টমেণ্টল ষ্ট'ৰখনৰ দুমহলাৰ খিৰিকিখনলৈ চাই ৰয়। এজাক শুকান বতাহ পাৰ হৈ যায়। খিৰিকিৰ পৰ্দাখন কঁপে। সি তাইক দেখে চকামকাকৈ, তাইৰ দীৰ্ঘ ঋজু দেহ দুমহলাৰ কাউণ্টাৰত নিস্পন্দভাৱে থিয় দি থাকে। কি সেই সধৈর্য প্রতীক্ষা! হয়তো তাই তাৰ দৰেই বিৰক্ত, অসহায়, অতীষ্ঠ। এক ধৰণৰ একাত্মতা অনুভৱ কৰে সি তাইৰ নৈতে। আজি সাতদিনমানৰপৰা, যেতিয়াৰপৰাই সি এই কিতাপৰ দোকানখনৰ কাউণ্টাৰত বহিবলৈ ল'লে, তেতিয়াৰ পৰাই তাইক দেখি আহিছে। সদায় তাই পিন্ধে এখন আকাশনীলা শাৰী—হয়তো একেখনেই। সি তাইক চিনি নাপায়, আনকি সমুখাসমুখিকৈ তাইক এবাৰো সি দেখা নাই···কিন্তু যেতিয়া পাতল পৰ্দাখন কঁপি উঠে সি দেখে তাইৰ নীলা শাৰী, তাইৰ ক্লান্তিহীন অন্তহীন অপেক্ষা—এইবোৰে তাইৰ লগত তাৰ এটা আত্মীয়তা জগাই তোলে। কি নাম বাৰু তাইৰ? হয়তো নির্মনা—এৰা নির্মনাই তাইৰ নাম।

ইণ্ডিয়া আকৌ হাৰিল। স্বগতোক্তি কৰাৰ দৰে অধ্যাপকে ক'লে, বৰ পুঅ'ৰ বেটিং। ইমান ষ্ট্রং লাইন আপ, অথচ এই স্ক'ৰ!—বিশ্বাসেই নহয়।

নির্বোধৰ দৰে হাঁহি সি সমৰ্থনত মূৰ দুপিয়ায়। কুঞ্চিত কপালেৰে অধ্যাপক খেলাৰ খবৰত ডুবি যায়। তেওঁৰ হাতৰ জ্বলন্ত ছিগাৰেটৰপৰা পেনছিল স্কেচৰ দৰে ধোঁৱা উৰি আছে। অলসভাৱে অজানে চকীখনত গা এৰি দিয়ে। চাৰিওপিনে এটা শুষ্কতা, এটা ৰুক্ষতা, কৰবাৰপৰা এজাক শুকান বতাহ উধাতু খাই দৌৰি আহিছে, ফটফটকৈ কিতাপ-মেগাজিনবোৰৰ পাতবোৰ উৰিছে,—এগৰাকী হাস্যময়ী চিত্ৰাভিনেত্ৰীৰ মুখ, এটা সাম্প্রদায়িক সংঘৰ্ষৰ ছবি, বক্তৃতাৰত অৱস্থাত এজন ৰাজনৈতিক নেতা, সুনীল গাভাস্কাৰক বিষেন শিং বেদীয়ে তীব্ৰ সমালোচনা কৰিছে,—তাৰে এটা হেডলাইন,—দেশ-বিদেশৰ হাজাৰ খবৰ আৰু ছবিৰ মাজত সি বহি ৰয়। এইবোৰত আজি আৰু তাৰ কোনো কৌতূহল নাই, আজি এইবোৰে তাৰ বাবে কোনো বাৰ্তা বহন কৰি নানে। পৃথিৱীৰ বহুতো অন্ধকাৰাচ্ছন্ন নৈঃশব্দ্যময় অলিগলিৰ মাজেৰে আহি সি এই-খিনিত উপস্থিত হৈছে। নির্জন একাকীত্বৰে। বহু ব্যৰ্থতা, বহু পৰাজয়, বহু মোহভংগৰ যন্ত্রণা এতিয়া তাৰ সংগী, মাথোঁ আজি মেৰ খাই থকা এজাক

প্ৰকাণ্ড সাপৰ দৰে নিশ্চল হৈ তাৰ বুকুৰ মাজত সেই অতীত শুই আছে। তাৰ দুখৰ অতীত।

অধ্যাপকজন গ'লগৈ। তেওঁৰ দামী ছিগাৰেটৰ সুগন্ধ অস্পষ্টভাৱে কোঠা-টোত বৈ থাকিল। ওচৰৰ অশ্বিনী ফুট ৰেৰছৰ মানুহজন আহিল।

"কেনে লাগিছে?" আকৰ্ণবিস্তৃত হাঁহি মাৰি তেওঁ সোধে। টুলখন টানি আনি তাৰ সমুখাসমুখিকৈ বহে। "ব'ৰ হৈছে নেকি? আপোনালোকৰ অৱশ্যে কোনো অসুবিধাই নাই। মেগাজিন এখন মেলি ল'ব পাৰে, বা কিতাপ এখন আৰম্ভ কৰিব পাৰে। কিন্তু আমাৰ—?" প্ৰশ্নবোধকভাৱে তাৰ মুখলৈ চাই তেওঁ ৰৈ যায়। তাৰ হাতত এখন ৰহস্য আলোচনী তুলি লয়। "আনৰ ভৰিৰ জোখ লৈ লৈ বিৰক্তি লাগি গৈছে বুজিছে।"

কিন্তু তেওঁক বিৰক্ত হোৱা যেন দেখা ন'গল। আলোচনীখনৰ শেষ পৃষ্ঠাটো মেলি লৈ তেওঁ হিন্দী ছিনেমাৰ নায়িকা গৰাকীৰ ফটোখনৰ তলৰ কেপছনটো একান্ত মনে পঢ়িছে। অজানে দেখিলে তেওঁৰ লুভীয়া চকু চিত্ৰাভিনেত্ৰী গৰাকীৰ গাৰ ওপৰেৰে বাগৰি গ'ল। কাউণ্টাৰত কিলাকুটিৰে ভেজা দি অজানে তেওঁলৈ চাই ৰ'ল—ঈষৎ জোঙা মুখাৱয়ব, দেখিলেই ধৰিব পাৰি খুব ধূৰ্ত, অথচ কথা কোৱাৰ সময়ত মুখভংগী এনে কৰে যেন পৃথিৱীৰ ভিতৰৈই বঞ্চিততম মানুহ। অথচ নামমাত্ৰ ভাৰা দি তেওঁ এখন খুব ব্যস্ত জোতাৰ দোকান চলাইছে, দুটা ভাৰাঘৰ আছে এই চহৰতে, আৰু আছে অন্যান্য উপৰি-ব্যৱসায়। অলপতে তেওঁ এখন নতুন স্কুটাৰো কিনিছে। তেওঁ এজন সফল মানুহ। কোন মুহূৰ্তত ক'ত কি কৰিব লাগে তেওঁ নিশ্চয় ভালদৰে জানে। এই যে এতিয়া তেওঁ আলোচনীখনৰ শেহৰ পাত কেইটা মেলি ছিনেমাৰ খবৰ গোগ্ৰাসে গিলিছে– ঢং ঢং– কৈ প্ৰচণ্ড শব্দেৰে ক্ৰেনহেমাৰটো নামি আহিছে, মাফলাৰহীন ছাইলেন্সাৰ পাইপেৰে এখন মটৰ চাইকেল ষ্টাৰ্ট কৰিছে কোনোবাই, এটা ফেৰীৱালাই তাৰ তীক্ষ্ণ অনন্য কণ্ঠেৰে চিঞৰিছে, দুটামান পইচাৰে গাখীৰৰ টিন এটা জোকাৰি জোকাৰি মাগনী বুঢ়ী এজনীয়ে বিনাইছে—এইবোৰে, এইবোৰ শব্দ আৰু অনুভূতিয়ে তেওঁৰ সমূলি স্পৰ্শ কৰিব পৰা নাই। কিন্তু সি ঠিক বুজিব পাৰে, কাষৰ তেওঁৰ দোকানত কেইজন গ্ৰাহক সোমাইছে বা ওলাইছে তাৰ হিচাপ তেওঁ এই সময়তো নিভুৰ্লভাৱে ৰাখি আছে। এজন আদৰ্শ ব্যৱসায়ীৰ সকলোবোৰ গুণ,—আত্মম্ভৰিতা, স্বাৰ্থান্বেষণ ইত্যাদি তেওঁ ভালদৰেই বশ্ব কৰিছে। তেন্তে, অজানে ভাবিলে,

এই মানুহজনে বাৰু ডিপাৰ্টমেণ্টেল ষ্ট'ৰখনৰ সৌ খিৰিকিখন দেখেনে ? দেখেনে সেই পৰ্দাখন বতাহত কঁপি উঠা ? তেওঁৰ চকুত পৰেনে তাইৰ আকাশনীলা শাৰীখন ? দেখেনে তাইক ?

ৰ'দৰ তেজ কমি আহিছে। মংগুলিনিয়াৰ বিল্ডিংটোৰ ওপৰত টি. ভি-ৰ এনটেনাকেইডাল সেই ম্লান ৰ'দতে জিলিকিছে। আকাশখন ক্ৰমশঃ অনুজ্জ্বল হ'ব ধৰিছে ; খুব গৰম পৰিছে। এতিয়া বতাহজাকো নবলা হ'ল। ডিপাৰ্ট-মেণ্টেল ষ্ট'ৰৰ খিৰিকিখনৰ পিনে চাই সি দেখিলে, পৰ্দাখন বৈ আছে—নিস্পন্দ, অলৰ। আকাশ নীলা শাৰীখন··· তাইক এতিয়া দেখা পোৱা নগ'ল ! পৰ্দাখনৰ এই ঔদ্ধত্য অজানৰ খুব অসহ্য হয়। এটা তীব্ৰ ইচ্ছাই পীড়ন কৰে তাক। সি তাইৰ মুখামুখি হ'ব খোজে। তাৰ মন যায় কোনোবা এটা সন্ধিয়া, সি ডিপাৰ্টমেণ্টল ষ্ট'ৰখনৰ সমুখত, ৰাস্তাৰ সিপাৰে থিয় দি ৰব, সি দেখিব—

ছিৰিয়েদি নিৰ্মনা নামি আহিছে। ডিপাৰ্টমেণ্টেল ষ্ট'ৰখনৰ বৰ্ণময় পোহৰৰ এটা দুটা টুকুৰা তাইৰ গাত। গোটেই দিনৰ ক্লান্তিতো তাইৰ মুখৰপৰা সজীৱতা হেৰাই যোৱা নাই। বিৰাট ছাইনবৰ্ডখনৰ তলত তাই আহি থিয় হ'ল। আকাশৰ পিনে চালে এবাৰ। তেতিয়াই সি স্পষ্ট দেখা পালে, কি শাসৰোধী সৌকুমাৰ্য তাইৰ মুখত। তাইৰ কপালৰ স্বেদবিন্দু মুক্তাৰ দৰে জিলিকি উঠিছে ! কপালৰ ওপৰত পৰি থকা চুলি কেইডাল পাতল বতাহত উৰিছে। বতাহত তাইৰ আকাশনীলা শাৰীৰ আঁচল কঁপিছে···তাৰ পাছত প্ৰদোষৰ সেই মনোৰম পোহৰত খোজৰ অপৰূপ ছন্দ তুলি মহাৰ্ঘ মানুহৰ দৰে তাই খোজকাঢ়ি পাৰ হৈ যায়। ৰাস্তাৰ সিপাৰে বৈ অজানে সেই অপৰূপ দৃশ্য দেখে—সন্ধিয়াৰ বৰ্ণময় চহৰৰ হাজাৰ মানুহৰ ভিৰৰ মাজতো তাই হেৰাই নাযায়। দূৰলৈ আঁতৰি যোৱা আকাশনীলা শাৰীখনেৰে তাইৰ অৱয়ব ক্ৰমে ক্ষুদ্ৰৰপৰা ক্ষুদ্ৰতৰ হৈ পৰে, কিন্তু তাই হেৰাই নাযায়। আনকি দিগন্তৰ ওচৰতো স্পষ্ট হৈ থাকে বিন্দু সদৃশ প্ৰফাইলেৰে তাইৰ অস্তিত্ব···

ইভছ উইকলিখন আছেনে ? ইভছ উইকলি ? সি চমকি উঠে। সমুখত বিৰাট শৰীৰৰ এগৰাকী ভদ্ৰ মহিলা। সি লৰালৰিকৈ হেঙাৰৰপৰা আলো-চনীখন আনি দিয়ে। হাতৰ বেগৰপৰা ৰুমাল উলিয়াই ভদ্ৰমহিলাৰ মুখ আৰু ডিঙিৰ বিন্দু বিন্দু ঘাম মচে। প্ৰসাধনৰ উগ্ৰ গোন্ধ আহি অজানৰ নাকত লাগেহি। "কি অসহ্য গৰম !" ৰাস্তালৈ চাই খুব বিৰক্তিৰে ভদ্ৰ-মহিলাই উচ্চাৰণ কৰে।

এবা, বেচ গৰম পৰিছে। দীঘল ছাইৰঙী গৰম এটা দিন, যেন প্ৰাচ্য ৰাগিনীৰ নিম্ন পৰ্দাৰ সুৰ—খুব দুৰ্বোধ্য আৰু একঘেয়ে, যি ক্ৰমশঃ স্নায়ুপীড়াৰ সৃষ্টি কৰে, সমাপ্তিৰ আশাত মন অস্থিৰ কৰি তোলে। অজানে ৰাস্তালৈ চায়। অফিচ-কাছাৰীবোৰ ছুটি হৈছে। ৰাস্তা গৃহাভিমুখী মানুহেৰে উপচি পৰিছে। ষ্টপেজটোত দুখন ছিটি বাছ আহি ৰৈছেহি আৰু তাৰ বাবে কেইজনমান মানুহ উৰ্দ্ধশ্বাসে দূৰৰপৰা দৌৰি আহিছে। দুজন ট্ৰেফিক পুলিচে খুব ব্যস্তভাৱে হুইছেল বজাই বজাই যান নিয়ন্ত্ৰণ কৰিছে। নিৰ্মীয়মান ফ্লাই অভাৰ অভিমুখে তিনিখন ৰ'লাৰ বিচিত্ৰ শব্দ সৃষ্টি কৰি ৰাস্তাৰে পাৰ হৈ গৈছে। বিৰক্তি আৰু হতাশাৰে অজানে আকাশলৈ চাই ৰয়। আকাশো ক্ৰমশঃ ম্লান হ'ব ধৰিছে। বেলিটো সিংহানিয়া ব্ৰাদাছ'ৰ প্ৰকাণ্ড অট্টালিকাটোৰ পিছফালে লুকাই পৰিছে। সমুখৰ দোকান কেইখনৰ টিনৰ চালৰপৰা ভাপৰ দৰে কিবা এটা কঁপি কঁপি উঠিছে। ক'ৰবাৰপৰা এজাক ধূলিয়ৰি বতাহ দৌৰি আহিছে, ছিগাৰেট কোম্পানিৰ বিজ্ঞাপনৰ ফেষ্টুনখন উৰিছে, ৰাস্তাত পৰি থকা ফটা কাগজৰ কেইটামান টুকুৰা বতাহত ছিটিকি গৈছে, অজানৰ দোকানৰ আলোচনী, বাতৰি-কাকতবোৰৰ পাত ফটফটকৈ কঁপিছে। গৰমটোৰপৰা বতাহজাকে অলপ সকাহ দিছে। ধুমুহা-বৰষুণ হ'ব পাৰে। সি খিৰিকিখনলৈ চালে পৰ্দাখন উৰিছে, তাইৰ আকাশ নীলা শাৰীখন কঁপিছে। ডিপাৰ্টমেণ্টেল ষ্ট'ৰখনৰ দুমহলাৰ কাউণ্টাৰত তাইৰ দীঘাংগী দেহ নীৰক্ত গছৰ দৰে থিয় দি আছে··

কি হ'ল? অ', ক্ৰেন হেমাৰটো ৰৈ গ'ল। সেই ভয়ানক শব্দটো বন্ধ হ'ল। আঃ·· এতিয়াহে অলপ মুকলি মুকলি লাগিছে অজানৰ। সিংহানিয়া ব্ৰাদাছ'ৰ বিল্ডিংটোৰ ছাঁ আহি তাৰ দোকানৰ সমুখত পৰিছে। তিক্ত অপ্ৰাপ্য আগ্ৰাসী দুখৰ দৰে ক্ৰমশঃ বেলা বাঢ়িছে।

···ছিটি বাছৰপৰা নামিয়েই অজানে তাইক দেখা পালে। ফুটপাথত, ষ্টপেজটোৰ ওচৰত তাই ৰৈ আছে। ষ্ট্ৰীট লাইটৰ ক্ষীণ পোহৰত তাইক খুব নিঃসংগ আৰু কৰুণ যেন দেখা গৈছে।

"তুমি কাৰোবাৰ কাৰণে ৰৈ আছা নেকি?" খুব স্পষ্টভাৱে অজানে সুধিলে।

তাই চমকি উঠিল। তাৰ ফালে চাই সাৱলীলভাৱে হাঁহিলে। "নাই—নাই, আচলতে এইখিনিৰপৰা ঘৰলৈ খোজকাঢ়ি যাওঁনে ছিটি বাছত উঠোঁ তাকে ঠিক কৰিব পৰা নাই।"

"ময়ো অলপ দূৰ সেইপিনে যাম। ব'লা আমি খোজকাঢ়ি যাওঁ।" নির্দ্বিধাৰে সি প্ৰস্তাৱ কৰিলে।

"খুব ভাল লাগিব। সদায় অকলে অকলে আহোঁ—ইমান আমনি লাগে!" অকপট ভংগীৰে তাই ক'লে।

তাৰ পাছত সিহঁত খোজকাঢ়ি যায়। এইপিনে গাড়ী-মটৰ-মানুহৰ কোলাহল নাই। ৰাস্তাৰ কাষত দুইএজোপা গছো চকুত পৰে। ষ্ট্ৰীট লাইট-বোৰ সেৰেঙা, আৰু তাৰ পোহৰো যথেষ্ট অনুগ্ৰ। নিৰ্মেঘ আকাশৰপৰা ধাৰাষাৰ বৰষুণৰ দৰে থহি পৰা জোনৰ পোহৰেই ৰাস্তাটো পোহৰাই ৰাখিছে।

"আজি আকাশত বহুত তৰা ওলাইছে, নহয়নে?" তাই ক'লে।

"এৰা, আজি বহুত তৰা ওলাইছে।"

"মোৰ আকাশখন খুব ভাল লাগে।"

"মই জানো",—অজানে ক'লে আৰু তাইৰ নীলা শাৰীখনৰ পিনে চালে।

এছফাল্টৰ ৰাস্তা শেষ হৈছে; ভৰিৰ তলত সি ঘাঁহৰ স্পৰ্শ অনুভৱ কৰিলে। বহু দূৰেৰে পাৰ হৈ যোৱা এখন ৰেল গাড়ীৰ বিলীয়মান উকি আৰু তাৰ অনুৰণন ভাহি আহিল।

"তুমি"···

"মোৰ নাম নিৰ্মনা—নিৰ্মনা বৰুৱা।"

"মই অজান।—" দুয়ো এনেয়ে হাঁহি উঠিল। "নিৰ্মনা—তুমি ক'ত থাকা।"

"নদীৰ সিপাৰে। দলংখন পাৰ হৈ—"

"নদী?" অজানে সুধিলে। "ইয়াতো এখন নদী আছে নেকি?"

"এৰা—" তাই ক'লে। "ইয়াতো এখন নদী আছে।"

মন্থৰ বিস্ময়ৰে অজান বৈ যায়। মৰুভূমিৰ দৰে ৰুক্ষ এই চহৰৰ মাজত এখন নদী আছে! সমুখলৈ চাই সি দেখিলে পাতল আন্ধাৰৰ মাজত ক্ৰমশঃ ৰাস্তাটো হেৰাই গৈছে। লাহে লাহে ক'ৰবাৰপৰা এজাক পাতল বতাহ বৈ আহে, সেই বতাহত সি নদীৰ গোন্ধ পায়।

"ব'লা—" হঠাৎ নিৰ্মনাই কৈ উঠে। "নদীখন চাই আহিবা।"

আকাশ এতিয়া নীলিমাৰে নীলা, যৱনিকা স্তব্ধ, মহাকাশ মৌনতাৰে মগ্ন। কি কৰ সি ভাবি নাপালে। সি তাইৰ প্ৰতি খুব কৃতজ্ঞতা বোধ কৰিলে। কেইটামান স্তব্ধ মুহূৰ্ত সময়ৰ সাগৰত শিশিৰ বিন্দুৰ দৰে থহি পৰিল। আনকি

বাস্তাৰ কাষত থকা কৃষ্ণচূড়া কেইজোপাৰ মৰ্মৰ ধ্বনিও যেন সি শুনা নাপালে। হয়তো সকলোৱেই তাক সুবিধা কৰি দিলে ভাবিবলৈ, এটা সঠিক সিদ্ধান্ত লবলৈ। আঃ সি ভাবিলে, এই চহৰৰ মাজতো এখন নদী আছে। সি নদীখন চাই আহিব। যদিও তাৰ সেই অতীত, যি তাৰ চেতনাৰ কোনো এক স্তৰত পৃথিৱীৰ বহু প্ৰাচীন শিলাস্তৰৰ দৰে লুকাই আছে, সি পাহৰিব নোৱাৰে তাক কেতিয়াও, তথাপি এই আসুৰিক চহৰখনৰ মাজত আজিও যে এখন নিৰ্জন নদী তিষ্ঠি আছে, তাকে আৱিষ্কাৰ কৰাৰ আনন্দত সি কিছু উদ্বেল হৈ উঠিল। আচ্ছন্নৰ দৰে সি তাইৰ সৈতে আগবাঢ়ি গ'ল। লাহে লাহে সি গম পালে, তাইৰ শৰীৰৰপৰা এটা আশ্চৰ্য সুগন্ধ আৰু শীতলতা চাৰিওপিনে বিয়পি পৰিছে।

"মনত পৰে—" অজানে ক'লে, "আমাৰ গাঁৱত এখন নদী আছিল। আমি যেতিয়া সৰু আছিলো, বেছিভাগ সময় তাতে সাঁতুৰি-নাদুৰি কটাইছিলো। আজিও নদী দেখিলে শৈশৱৰ সেই অন্তৰংগ উজ্জ্বল স্মৃতি মনলৈ আহে।"

উত্তৰত তাই হাঁহিলে। সেই হাঁহিৰ মাজত ক'তো এটুকুৰাও কঠিন পদাৰ্থ নাই, সেই হাঁহি তাইৰ সৰ্বাংগৰে বাগৰি গ'ল।

"সেই গাঁৱৰ ঠাইত এতিয়া চাগে' চহৰ উঠিল। গাড়ী-মটৰ-ধূলি-ধোঁৱা-দোকান-বজাৰ। সেই নদীখনৰ বা কি হৈছে? সি আকৌ ক'লে।

"তথাপি তুমি নদীখন এৰি আহিছিলো।"

"এৰা, মই নদীখন এৰি আহিছিলো। এৰি আহিব লগা হৈছিল। নিতান্তই নিৰুপাই হৈ।"

"কিয়?"

"সেইটো এক দীঘল আমনিদায়ক কাহিনী। পাছত কেতিয়াবা···।"

তাৰপাছত সিহঁতে নদীখন দেখা পালে। বিস্তাৰিত আলোড়িত জলৰাশি দেখি অজান অবাক হৈ যায়। কি সেই তৰংগায়িত উচ্ছলতা! নদীৰ পাৰে পাৰে সিহঁতে খোজ দিলে। চুলি মেলি থিয় দি থকা নাৰীৰ দৰে নদীৰ পাৰত কেইজোপামান গছ। গৰাত নীলা ঘাঁহ। কেইটামান জিলিৰ তীক্ষ্ণ ঐক্যতান শুনা গ'ল। এটা বাতাৰ চৰায়ে চিঞৰি গ'ল; চাৰিওপিনে শুদ্ধ সংগীতৰ দৰে স্পন্দনশীল অন্ধকাৰ। সেই অন্ধকাৰৰ মাজেৰে অস্পষ্ট দিগন্তৰ পিনে চাই লাহে লাহে সি ক'লে—

"মই খুব অসুখী মানুহ। জানা? খুব আনছাকচেছফুল।" নির্মনাই নিঃশব্দে মুখ ঘুৰাই তাৰ পিনে চালে। কথাযাৰ সি সজাই পৰাই কোৱা নাছিল। এনেয়েই যেন হঠাৎ তাৰ হৃদয়ে কথা কৈ উঠিল। আজিকালি সি ভাৱপ্ৰৱণতাক বৰ বেছি প্ৰশ্ৰয় দিব নোখোজে; আনকি সমব্যথী বা সংবেদনশীল মানুহবো তাৰ এতিয়া আৰু প্ৰয়োজন নহয়। তথাপিও তাৰ বুকুৰপৰা কথাযাৰ ওলাই আহিল।

নিৰ্মনাৰ মুখৰ একাংশত এটুকুৰা ভাঠ ছাঁ। তথাপি সি বুজিলে, তাত তাৰ প্ৰতি সমবেদনা আৰু সান্ত্বনা ফুটি উঠিছে। তাই তাৰ দুঃখবোধৰ অংশ বিচাৰিছে। হঠাৎ সি ভাবিলে, তাৰ দুখৰ মাজলৈ এনেদৰে তাইক টানি অনাটো উচিত নহ'ব। লৰালৰিকৈ সি ক'লে, "তোমাৰ কথা কোৱা নিৰ্মনা।"

"মই সদায় এই ৰাস্তাৰেই আহোঁ।"

"অকলে—এই অন্ধকাৰৰ মাজেৰে?"

"এৰা অকলে। আন্ধাৰৰ মাজেৰে। অভ্যাস হৈ গৈছে। আৰু নাহি উপায়েই বা কি?" অসহায়ভাৱে তাই কয়। তাইৰ মাতটো লাহে লাহে সেমেকি উঠে। "মই খুব অকলশৰীয়া। যেতিয়া সদায় সন্ধিয়া নদীৰ পাৰেৰে ঘৰলৈ ওভতো তেতিয়া নিজকে আৰু নিঃসংগ যেন বোধ হয়।

সিহঁত ছায়াচ্ছন্ন দলংখনত উঠে নদীৰ পানীত জোনটোৰ ম্লান প্ৰতিবিম্ব দেখা গৈছে। প্ৰতিবিম্বটো কঁপি কঁপি উঠিছে। ৰেলিঙত ভেজা দি তাই নদীৰ পানীলৈ চাই ৰৈছে। আন্ধাৰত তাইক এটা করুণ মূৰ্তিৰ দৰে দেখা গৈছে।

সি ম্লানভাৱে হাঁহিলে আৰু পৰিৱেশটো পাতল কৰিবৰ বাবেই যেন কৈ উঠিল, "ঠিক আছে···ঠিক আছে, আজিৰ পৰা বাৰু মই তোমাক সদায় এই দলংখনলৈকে আগবঢ়াই দিম। সদায়—"

তাই তাৰ চকুলৈ চালে, যেন তাৰ প্ৰতি গভীৰ কৃতজ্ঞতা জ্ঞাপন কৰিলে। তাৰ পাছত চাৰিওপিনে নিবিড় নিৰ্জনতা নামি আহিল। ঝিলিৰ ঐক্যতান বন্ধ হ'ল—সকলো বনজ অৰ্কেষ্ট্ৰা বন্ধ হৈ গ'ল। এতিয়া মাথোঁ অনুভৱ কৰিব পাৰি ৰাতিৰ নৈঃশব্দ্যময় শৰীৰ। যেন এতিয়া এটা শব্দ হ'লেই পৰিৱেশৰ মাজত থকা কাঁচৰ দৰে চৌখিন কিবা এটা বস্তু ভাঙি চৌচিৰ হ'ব।

···ঢং···। ক্ৰেনহেমাৰটো নামি আহে প্ৰচণ্ড শব্দেৰে—ঢং ··ঢং। চমকি উঠি সি দেখিলে সন্ধিয়া নামি আহিছে চহৰখনলৈ? ষ্ট্ৰীট লাইটবোৰ জ্বলি

উঠিছে···হেলোজেনৰ হালধীয়া পোহৰত ভাহি গৈছে। সি দুমহলাৰ খিৰিকি-খনলৈ চালে। পৰ্দাখন কঁপিছে। চকামকাকৈ তাইক, তাইৰ নীলা শাৰীখন দেখা গ'ল। যেন খিৰিকিৰ ফ্ৰেমত এটুকুৰা আকাশ। মাথোন কেইটামান মুহূৰ্ত, পৰ্দাখন আকৌ নামি আহিল। কমিকছ বিচাৰি দুটা মান সৰু সৰু ল'ৰা-ছোৱালী আহিল। হকাৰ এজনে কেইখনমান কলিকতীয়া আলোচনী পেলাই থৈ গ'ল। এটা সময়ত টুলখনৰপৰা উঠি আহি সি কেছ বক্সৰপৰা টকাকেইটা ল'লে। পাতকেইখন লগাই বন্ধ কৰিলে দোকানখন। সমুখৰ পাণ দোকানখনত ৰৈ এটা ছিগাৰেট জ্বলালে। খিৰকিখনলৈ চালে—নাই, এইটো কোণৰপৰা একো দেখা পোৱা নাযায়। তাই বা তাইৰ শাৰীখনো এইখিনিৰ-পৰা অদৃশ্য। মনে মনে ভাবি তাৰ ভাল লাগিল যে তাৰ দোকানখনেই তাইক দেখা পোৱাৰ বাবে প্ৰশস্ত কোণত। ছিগাৰেটটোত এটা আকুল হোপা দি সি খোজ দিয়ে।

চহৰৰ হাজাৰ-বিজাৰ মানুহে, যাৰ মুখ অবিকল একে, ৰাস্তাত, ফুটপাথত, দোকানত ভিৰ কৰিছেহি। হাজাৰ-বিজাৰ মানুহ নিজৰ ছায়াযুক্ত জ্যামিতিক অৱয়বৰে পাৰ হৈ গৈছে। ছুইট ছাউণ্ড নামৰ ৰেডিঅ'-টি,ভি-ৰ দোকানখনৰ সমুখত সৰুসুৰা এটা ভিৰ ;—স্ব'কেছৰ এটা টেলিভিছনত হয়তো এখন হিন্দী ফিল্ম চলিছে, তালৈ সি চকু নিদিলে ; তীব্ৰ শব্দেৰে ছাইৰেন বজাই বজাই দুখন ফায়াৰ ব্ৰিগেডৰ গাড়ী দৌৰি গ'ল, হয়তো কৰবাত জুই লাগিছে, তালৈ সি ভ্ৰূক্ষেপ নকৰিলে। তাৰ চকু ডিপাৰ্টমেণ্টেল ষ্ট'ৰখনৰ খিৰিকিত স্থিৰ হৈ থাকিল। যেন এটা ভয়, যেন এটা দুৰ্ভাৱনা, যে হঠাৎ নিৰ্মলা তাৰ পৰা হেৰাই যাব, তাই লুকাই পৰিব কৰবাত মায়ামৃগৰ দৰে ;—কাৰণ অতীতত বহুবাৰ সি এইদৰে আশাহত হৈছে, বহুবাৰ হাতৰপৰা বাগৰি পৰিছে উচ্ছল পানপাত্ৰ, বহুবাৰ সি মুখামুখি হৈছে বহু ভগ্নদূতৰ । সি লৰালৰিকৈ খোজ দিলে। সি বুজি উঠিছে, বাহিৰৰ কঠিন নিৰ্বিকাৰ মুখৰ অন্তৰালত তাৰ মাজত কৰবাত যেন লাহে লাহে সি গলি গৈছে ভাগ্য আৰু জীৱনৰ বিৰুদ্ধে, গভীৰ হতাশাৰ উপাদানেৰে তৈয়াৰী এক সুদৃঢ় প্ৰতিজ্ঞাৰ ভিত্তি খহি পৰিবলৈ আৰু যেন বেছি দেৰি নাই।

ষ্ট'ৰখনৰ সমুখত ৰৈ সি স্বস্তিৰ নিঃশ্বাস পেলালে। খুব ব্যস্ত দোকান, এতিয়াও যথেষ্ট গ্ৰাহক আছে ভিতৰত। নিয়ন লাইটৰ পোহৰেৰে চাৰিওদিশ আলোকিত। হাতৰ ছিগাৰেটটো দলিয়াই সি ভিতৰলৈ সোমাই গ'ল।

চাৰিওপিনে ৰং-বিৰঙৰ বিভিন্ন পণ্য। বৰ্ণাঢ্য পৰিবেশটোৰ মাজেৰে সি আগবাঢ়ি গ'ল ; দুকাষৰ আয়নাত নিজৰ স্পষ্ট প্ৰতিবিম্ব দেখা পালে। আনকি সি দেখিলে তাৰ মুখ আত্মবিশ্বাসত দৃঢ় হৈ উঠিছে। এৰা, এতিয়াও জীৱনটোক নতুনকৈ গঢ়ি তুলিব পাৰি। সকলোবোৰ প্ৰথমৰপৰা আৰম্ভ কৰিব পাৰি। দ্ৰুতভাৱে চিৰি বগাই সি ডিপাৰ্টমেণ্টেল ষ্ট'ৰখনৰ দুমহলালৈ উঠি আহিল। খুব ভাল লাগিল তাৰ। বেছি একো আশা নকৰে সি, মাথো তাইৰ সমুখত এবাৰ থিয় হ'ব, মাথোঁ এবাৰ পোনে পোনে তাইৰ চকুলৈ চাব। অস্পষ্টতা অনিশ্চয়তাৰ পৰা আঁতৰি তাক এটা পূৰ্ণতা লাগে, সম্পূৰ্ণ কিবা এটা। প্ৰথমবাৰৰ বাবে তাইৰ মুখামুখি হ'বলৈ অজান আগবাঢ়ি গ'ল, দুৱাৰেদি সোমাই গ'ল সি। ব্যাকুল চকুৰে খিৰিকিখন বিচাৰি উলিয়ালে, খিৰিকিৰ কাষত কাউণ্টাৰৰ ওচৰত নীলা শাৰী পিন্ধি তাই···

বিদ্যুৎস্পৃষ্ট হৈ অজান থমকি ৰ'ল। বুকুৰ মাজত অজানিতে জমা হৈ যায় শ্বাস। নিস্পন্দ হৈ বৈ সি দেখে, খিৰিকিৰ কাষত এটা প্লাষ্টিকৰ মূৰ্তি—এটা শৰুম তামি, খুব নিখুঁত, গাত আকাশ-নীলা শাৰী, মুখত ক্ৰুৰক হাঁহি, অপাংগ দৃষ্টিৰে আদৰণি জনাইছে ডিপাৰ্টমেণ্টেল ষ্ট'ৰখনৰসমূহ গ্ৰাহকক···

লাহে লাহে সেই শ্বাস সি এৰি দিয়ে, তাৰ বুকুৰ মাজলৈ সন্ধিয়াৰ ধাৰাবাৰ আন্ধাৰ আৰু হাঁহাকাৰ শূন্যতা নামি আহে।

( প্ৰান্তিক '৮৬ )

# এলুমিনিয়ামৰ আঙুলি

উন্মুক্ত ঊৰ্দ্ধাংগৰ এক পুৰুষ শৰীৰ স্বল্পালোকিত কোঠাটোৰ মাজলৈ আগবাঢ়ি আহে। কোঠাৰ মাজত বিশাল বিছনাত লাস্যময়ী ভংগীৰে অপেক্ষাৰতা এক নগ্নপ্ৰায় নাৰী। কঠিন শৰীৰৰ সেই-আগন্তুক আহি তাইৰ ঘনিষ্ঠ হয়, তাইৰ নগ্ন মসৃণ পিঠিত থয় এখন পেশীবহুল হাত, তাৰ পিছত দৰ্শকৰ পিনে চাই ভয়ংকৰ নিৰ্লজ্জতাৰে কৈ উঠে, মুভছ্, কনডম্, গিভছ্ ইউ দ্য কনফিডেন্স।

গেটৰ মুখত ধৰনী দত্ত ৰৈ আছিল। তেতিয়া সন্ধ্যা। ড্ৰইংৰুমত টেলিভিচন চেটৰ সমুখত শান্তনু, বোৱাৰী উষা, ল'ৰা-ছোৱালী দুটা আৰু শান্তনুৰ এজন বন্ধু। গৰম পৰিছে, খিৰিকি খোলা, পৰ্দাও কোচোৰা আছে, দূৰৈৰ পৰাই দত্তই দেখা পালে টেলিভিচনৰ পৰ্দাত সেই দৃশ্য—উন্মুক্ত ঊৰ্দ্ধাংগৰে এক পুৰুষ শৰীৰ আগবাঢ়ি আহিছে···। দত্তই দেখিলে শান্তনুৰ মুখ নিৰ্বিকাৰ, উষাই বন্ধুজনক কিবা এটা কথা কৈ হাঁহিলে, আৰু অপু—শান্তনুৰ ল'ৰাটোৱে টেলিভিচনৰ পৰ্দাৰ পিনে নিৰ্নিমেষ চকুৰে চাই ৰ'ল। সমুখৰ দৃশ্যটোৱে কাৰো মুখত একো প্ৰতিক্ৰিয়া সৃষ্টি নকৰিলে, কোনোৱেই বিব্ৰত বোধ নকৰিলে, তাৰ পিছত আন কিবা এক ৰসবোধত কোঠাটোৰ আটাইকেইজনে অট্টহাস্য কৰি উঠিল।

গেটখন খুলি দত্ত ৰাস্তালৈ ওলাই আহিল। গৰম পৰিছে, তেওঁৰ পাঞ্জাবীটোৰ কান্ধ তিতিছে, কপালতো তেওঁৰ বিন্দু বিন্দু ঘাম। আগফালৰ ৰাস্তাটোত এখোজ দুখোজকৈ অলস ভংগীৰে ফুৰি আছে তেওঁ।

বহুদিন দত্ত শান্তনুহঁতৰ ওচৰলৈ অহা নাছিল। ছয়-সাত বছৰমানেই হ'ল। প্ৰথম কাৰণটো হ'ল শান্তনু গাঁৱৰ ওচৰৰ এইখন চহৰৰ পৰা অন্য ঠাইলৈ ট্ৰেন্সফৰ হৈ গৈছিল। আঁতৰলৈ যোৱাৰ লগে লগে শান্তনুৰো গাঁৱৰ ঘৰলৈ যোৱাটো কমি গ'ল। অৱশ্যে বিয়াৰ পিছত এনেয়েও তাৰ ঘৰৰ পিনে যোৱাটো কমি আহিছিল। আৰু দত্তই নিজেও পুতেকৰ ঘৰলৈ আহিবলৈ বিব্ৰতবোধ কৰা হ'ল। শান্তনু নিজৰ চাকৰি লৈ ব্যস্ত, ল'ৰা-ছোৱালী দুটা লৈ উষা ব্যস্ত। দত্তৰ মনত পৰে এটা সময়ত, যেতিয়া অপু আৰু ইনু আছিল সৰু সিহঁতে কেনেকৈ তেওঁৰ ওচৰে পাজৰে জপিয়াই ফুৰিছিল, সাধু-এটা কবলৈ সিহঁতৰ কিমান আব্দাৰ। আচলতে নাতি-নাতিনী দুটাৰ টানতেই বিপত্নীক দত্ত বাৰে বাৰে পইছিলহি শান্তনুৰ ঘৰ। এতিয়া অপু আৰু ইনু ডাঙৰ হ'ল, অপু এইবাৰ

কলেজ পালেহি, ইমুজনীও হাইস্কুলৰ শেষৰ শ্ৰেণীত, দত্তই বুজে এতিয়া সিহঁতৰ এখন নিজস্ব জগত আছে, সিহঁতে আনকি এতিয়া দত্তৰ অস্তিত্বই গ্ৰাহ্য নকৰে, নিজকে খুব নিঃসঙ্গ অৱহেলিত বোধ কৰে দত্তই। হঠাতে তেওঁৰ অসুখ খুব টান নোহোৱাগৈহেঁতেন, বা ডাক্তৰে চহৰৰ ডাক্তৰক দেখুৱাবলৈ জোৰকৈ নোকোৱাহেঁতেন বা শান্তনুৱে নিজেই গৈ তেওঁক লৈ নহাহেঁতেন দত্ত হয়তো গাঁৱৰ ঘৰৰ পৰা নাহিলেইহেঁতেন। তেওঁ বুজিব পাৰে যে শান্তনুৱে যিখিনি তেওঁৰ বাবে কৰিছে নিতান্তই সৌজন্যৰ খাতিৰতহে কৰিছে। শান্তনু-উষায়েই নহয়, লাহে লাহে দত্তৰ পৰা আঁতৰি গৈছে অপু-ইমুহঁতো। শান্তনুৰ ঘৰটো বেচ আহল বহলেই, তাৰে পিছফালৰ কোঠা এটাত তেওঁৰ থকাৰ ব্যৱস্থা কৰা হৈছে। পৰাপক্ষত ঘৰৰ পিছ ফালেদিয়েই তেওঁ আহ যাহ কৰে। গাতো ভালে থাকিলে আধা কিলোমিটাৰ মান দূৰৈৰ লাইব্ৰেৰীটোলৈ যায়। চহৰৰ দ্ৰুতাৰ গতিৰ লগত তেওঁ খোজ মিলাবলৈ অসমৰ্থ। ব্যস্ত ৰাস্তা পাৰ হবলৈ লৈ তেওঁ ত্ৰাসিত হয়। চাৰিওপিনৰ কোলাহল চিৎকাৰ গাড়ী মটৰৰ তীক্ষ্ণ হৰ্ন আৰু চহৰৰ বৰ্ণময় উচ্ছ্বাসৰ মাজত দত্তই অসহায় বোধ কৰে। ঘৰলৈ আহিও তেওঁ স্বস্তিবোধ নকৰে, শান্তনু আহে দেৰিকৈ, উষা ড্ৰইংৰুমত টেলিভিচনৰ সমুখত, অপু-ইমু পঢ়াটেবুলত নতুবা মাকৰ সৈতে টেলিভিচন-ভি.চি আৰৰ সমুখত। শান্তনু আহে, একাপ চাহ খাই সিও ড্ৰইংৰুমত ৰহে। প্ৰথম অৱস্থাত দত্তও আহি শান্তনুহঁতৰ লগতে বহিছিল টেলিভিচনৰ সমুখত, হিন্দী ফিল্ম এখনৰ নায়ক-নায়িকাৰ অন্তৰংগ কিছু দৃশ্য দেখা গ'ল, দেখা গ'ল শীতল পানীয়ৰ বিজ্ঞাপন—এটা বটল লৈ এজনী চঞ্চল তন্বী যুৱতী জপিয়াই উঠিছে, নতুবা নতুন মডেলৰ বহু মটৰ চাইকেল, বিভিন্ন চাবোন আৰু কাপোৰ ধোৱা পাউদাৰৰ বিজ্ঞাপন, তাৰ পিছত দত্তই দেখিলে উন্মুক্ত উৰ্দ্ধাংগৰ এক পুৰুষ শৰীৰ স্বল্পালোকিত কোঠা এটাৰ মাজলৈ আগবাঢ়ি আহিছে, কোঠাৰ মাজত বিশাল বিছনাত এক নগ্নপ্ৰায় নাৰী⋯ভয়ংকৰ নিৰ্লজ্জতাৰে দৰ্শকৰ পিনে চাই সেই প্ৰগলভ পুৰুষে কৈ উঠে, মুড্ছ কনডম, গিভছ ইউ দ্য কনফিডেন্স। লাহে লাহে দত্ত বহাৰ পৰা উঠিছিল সেই দিনা, পোনে-পোনে কাৰো মুখৰ পিনে নাচালেও তেওঁ অনুমান কৰিছিল যে তেওঁৰ ৰুচিবোধত আঘাত কৰিলেও এইবোৰ দৃশ্যই পুতেক-বোৱাৰীয়েক বা নাতনীয়েকহঁতৰ ওপৰত কোনো প্ৰতি-ক্ৰিয়া কৰিব পৰা নাই।

ইয়াৰ পিছত দত্তই আৰু এদিনো টেলিভিচনৰ সমুখত বহা নাই। তেওঁৰ

কোঠাটোৰ এচুকত দত্তই সককৈ গোসাঁই থাপনা এখন পাতি লৈছে, সন্ধিয়া তাতে ধূপ কেইডালমান জ্বলাই তেওঁ নিয়মটো কৰে। ৰাধাকৃষ্ণন-অৰবিন্দৰ দুখন মান কিতাপ, কীৰ্ত্তন বা নামঘোষাখনত চকু ফুৰাই মাজে মাজে। স্কুল শিক্ষকৰ ব্যস্ত-জীৱনৰ পৰা অৱসৰৰ পিছত চহৰৰ ঘৰ এটাৰ সৰু কোঠা এটাৰ ভিতৰত এতিয়া এই অলস বৈচিত্ৰহীন অফুৰন্ত সময় কেনেকৈ পাৰ কৰিব তেওঁ ভাবি উলিয়াব নোৱাৰে। যিমান পাৰি সোনকালে তেওঁ গাঁৱৰ ঘৰলৈ উভটি যাব খোজে।

তাৰ পিছত এদিন বৰুৱা আগফালৰ বাৰাণ্ডাত অকলে বহি আছিল। দুপৰীয়া। পৰ্দাৰ ফাঁকেৰে তেওঁৰ ড্ৰইংৰুমৰ টেলিভিচনটোত চকু পৰিল। অপু-ইনুহঁত স্কুল-কলেজলৈ গৈছে, শান্তনু গৈছে অফিচলৈ আৰু উষা চুবুৰীয়া ভদ্ৰমহিলা এগৰাকীৰ সৈতে ভিতৰৰ কোঠাত আলাপত মগ্ন। দত্ত এখোজ দুখোজকৈ টেলিভিচটোৰ সমুখলৈ আহিল, সমুখত ডাঠ নীলা আয়নাৰ পৰ্দাৰে মসৃণ বাকচটো, তেওঁ আঙুলিৰে আলফুলে স্পৰ্শ কৰিলে চকুৰ মণিৰ দৰে তাৰ নীলা কাঁচখন, তাৰ পিছফালে আছে জটিল যন্ত্ৰপাতি। বিশাল কোঠাটোৰ এটা কোণত টেলিভিচনটো আছে, কি তাৰ পাৰিপাট্য, কি মসৃণতা, কি তাৰ অহংকাৰীভংগী! সন্তৰ্পণে কেইবাৰবো চেষ্টা কৰাৰ পিছত দত্তই টেলিভিচনটোৰ চুইছ অন কৰিব পাৰিলে, তেতিয়া প্ৰ'গ্ৰাম নাছিল, নীলা পৰ্দাখনত মাথোঁ বিয়পি পৰিল হাজাৰ-বিজাৰ ক্ষুদ্ৰাতিক্ষুদ্ৰ আলোক বিন্দু, অস্থিৰ চাঞ্চল্যকৰ পৰ্দাখনত জপিয়াই ফুৰে সিইঁতে, নিৰাপদ দূৰত্বত বৈ দত্তই দেখে আলোক বিন্দুবোৰে কোনো এবাৰ লৈছে এজোপা গছৰ আকৃতি, কোনো এবাৰ ভয়ংকৰ কোনো পশুৰ··, তাৰ পিছত যেন তেওঁ দেখিলে পৰ্দালৈ আগবাঢ়ি আহিল সেই স্পৰ্দ্ধিত যুৱক, নগ্ন নাৰীৰ শৰীৰত থলে এখন হাত, তাৰ পিছত পোনে পোনে দত্তলৈ চাই ক'লে—মুড্‌ছ কনডম, গিভছ ইউ···লৰালৰিকৈ টেলিভিচনটোৰ চুইছ অফ কৰিলে তেওঁ আৰু বাৰাণ্ডালৈ ওলাই আহিল।

লাহে লাহে দত্তৰ বোধ হ'ল, এই ঘৰখনত তেওঁৰ প্ৰতিদ্বন্দ্বী হৈ দেখা দিছে টেলিভিচনটোৱে। তেওঁৰ ওচৰৰ পৰা সি কাঢ়ি নিছে পুতেক-বোৱাৰীয়েক অপু-ইনুহঁতক! নীলা কাঁচৰ মাজেৰে সি ঘৰখনত বিয়পাই দিছে বিষবাষ্প। দত্তই ভাবিলে টেলিভিচনটো নথকা হ'লে অপু-ইনুহঁত আকৌ তেওঁৰ ওচৰলৈ উভটি আহিলহেঁতেন, আব্দাৰ কৰিলেহেঁতেন, এটা সাধু বা তেওঁৰ বিশাল অভিজ্ঞতাৰ কাহিনী শুনোৱাৰ, শান্তনু বা উষাই পাৰিলেহেঁতেন তেওঁৰ সৈতে

সুখ-দুখৰ একাথাৰ অন্তৰংগ কথা। প্ৰচণ্ড ক্ষোভ আৰু ক্ৰুদ্ধতাৰে দত্তই টেলিভিচনটোৰ পিন চাই ৰ'ল।

হঠাৎ এখন মটৰচাইকেল আহি ৰোৱাৰ শব্দ শুনি দত্তই খপ-জপকৈ ঘূৰি চালে। অপু কলেজৰ পৰা আহিছে, লগত আৰু এটা ল'ৰা। এনেয়ে সি দত্তক মাতাবোল কৰাৰ কোনো প্ৰয়োজন বোধ নকৰে, আজি সি নিজেই উপযাচি মাতিলে : ককা, আজি তুমি ফুৰিবলৈ নোযোৱা।

যাম, সোণটো, দত্ত ভিতৰি ভিতৰি পুলকিত হৈ পৰে। ৰ'দটো কমাৰ বাবেহে ৰৈছো। তুমিও যাবা নেকি মোৰ লগত, সোণ ?”

নহয় ককা, আজি মোৰ এটা ৰিকুৱেষ্ট তুমি ৰাখিব লাগিব। কপালত পৰি থকা চুলিখিনি অপুৱে পিছলৈ ঠেলি দিলে, মোৰ ফ্ৰেণ্ড কেইজনমান আহিব এতিয়া। আমি তোমাৰ ৰুমতে ভি.চি. আৰ চাম ; খুব ভাল ইংলিচ ফিল্ম দুখন আনিছো। তুমি আজি অলপ সোনকালে ফুৰিবলৈ যাবা হা—।

কোনো কথা নাই। কোনো কথা নাই। দত্তই যেন অপুৰ অনুৰোধটো ৰাখিবলৈ পাই কৃতাৰ্থ বোধ কৰিলে। তেতিয়াহে তেওঁ দেখিলে তাৰ হাতত কেইবাটাও ভিডিঅ' কেছেট। লাখুটিডাল বিচাৰি লৈ তেওঁ ৰাস্তাত নামি পৰিল।

এতিয়াও কি সাৰল্য ল'ৰাটোৰ মুখত, ফুটপাথেৰে গৈ গৈ দত্তই ভাবিলে। কি সহজভাৱে সি কথাকেইটা ক'লে। দত্তই ঠিক কৰিলে মাজতে এদিন তেওঁ শান্তনু আৰু উষাক বুজাই মেলি নাতি দুটাক গাঁৱৰ ঘৰলৈ যাব। সিহঁতক দেখুৱাব অৰণ্য আৰু নদী। গল্প কোৱাৰ চলেৰে তেওঁ সিহঁতক কব সৌজন্য সংযম আৰু নৈতিকতাৰ কথা। তেওঁ জানে চহৰৰ এই শ্বাসৰুদ্ধ পৰিৱেশৰ পৰা গাৱঁৰ পৰিচ্ছন্ন বতাহত ল'ৰা-ছোৱালী দুটা উৎফুল্ল হৈ পৰিব।

বহু সময় চহৰৰ ৰাস্তাৰে ঘূৰি ফুৰিলে দত্তই, লাইব্ৰেৰীতো সোমাল এবাৰ। ইমানখিনি শৰীৰে সহ্য নকৰে, খুব ক্লান্ত হৈ পৰিল তেওঁ।

সন্ধিয়া সময়ত দত্ত উভটি আহিল। গোসাঁই থাপনাৰ ওচৰত সন্ধিয়া তেওঁ এবাৰ মূৰটো দোঁৱায়। আকাশ তেতিয়া ধূসৰ, যেন পৃথিৱীৰ সমস্ত পোহৰ আকাশে ক্ৰমশঃ শুহি নিছে। তেওঁৰ কোঠাটোৰ দুৱাৰ মুখত ৰৈ দত্তই গম পালে অপুহঁত ওলাই গৈছে, ভিতৰত তেতিয়া আন্ধাৰৰ বাহিৰে একো নাই। খিৰিকিবোৰ বহু আগেয়েই বন্ধ কৰা হৈছে, দামী চিগাৰেটৰ মৃদু গোন্ধ বতাহত ওপঙি আছে। লাইটটো জ্বলালে তেওঁ, বিছনাখন অবিন্যস্ত, টেবুল কাপোৰখনো তললৈ নামি আহিছে, টেলিভিচন আৰু ভি.চি. আৰটো ৰখা

হৈছিল টেবুলৰ ওপৰত এটা মাল্টি-প্লাগ তেতিয়াও তেনেকৈ আছে। বিছনাৰ চাদৰখন টানিটুনি ঠিক কৰিবলৈ লওতেই তেওঁ মানিবেগটো দেখা পালে—দত্তই চিনি পালে সেইটো অপুৰ মানিবেগ, হয়তো তাৰ পকেটৰ পৰা বিছনাত সৰি পৰিছিল।

অপু নিশ্চয় এতিয়া ঘৰত নাই—বন্ধুৰ লগতে একেলগে ওলাই গৈছে। মানিবেগটো টেবুলতে থৈ দিব নে উধাক মাতি দি দিব এক মুহূৰ্ত্ত ভাবিলে দত্তই। আনকি হাততো তুলি ললে নীলা সাপৰ চামৰাৰ সৰু বেগটো, তাৰ পিছত এক অজানিত কৌতুহল অতিক্ৰম কৰিব নোৱাৰি দত্তই মানিবেগটো খুলিলে, এখন এশ টকীয়া নোট, দুখন পঞ্চাশ টকীয়া আৰু কিছু খুচুৰা নোট, এচুকত এটা মসৃণ পেকেট, আঙুলিৰে তুলি লব খোজোতেই পেকেটটো তেওঁৰ হাতৰ পৰা মজিয়াত পৰি গ'ল।...

দত্তৰ হৃৎপিণ্ড জপিয়াই উঠিল। পিচল পেকেটটোত সেই মানুহটোৰ মুখ। কঠিন শৰীৰৰ মানুহটোৱে দত্তৰ পিনে স্থিৰ চকুৰে চাই আছে। কনট্ৰাচেপ্টিভৰ সেই পেকেটটোত থকা স্পষ্ট আখৰ কেইটা পঢ়িবলৈ দত্তৰ কিছু সময় লাগিল – মুড্ছ কনডম্ গিভ্ছ য়ু দ্য কনফিডেন্স!

সন্তৰ্পণে পেকেটটো মানিবেগটোত ভৰাই টেবুলৰ ওপৰত তুলি থোৱাৰ পিছতহে যেন দত্তৰ সম্বিত ঘুৰি আহিল। এটা পুতিগন্ধময় নৰ্দমাত ক্ৰমশ সম্পূৰ্ণ বুৰ যোৱাৰ পৰা যেন তেওঁ জপিয়াই উঠিল। তেওঁৰ সমস্ত শৰীৰত ক্লেদ আৰু পুঁজ তীব্ৰ ঘৃণাত তেওঁৰ নিজৰ শৰীৰেই যেন কোঁচ খাই আহিছে, অসহায়ভাবে তেওঁ এবাৰ কোঠাটোৰ একোনত থকা গোসাঁই থাপনাখনলৈ চালে আৰু ল'ৰা-লৰিকৈ মুকলিলৈ ওলাই আহিল। সেই প্ৰাচীন আকাশৰ তলত তেওঁ থিয় দিব খুজিলে, একেই আছেনে আকাশখন?

বাহিৰত এতিয়া সম্পূৰ্ণ আন্ধাৰ। দূৰৈৰ ৰাস্তাত হেলোজেনৰ হালধীয়া পোহৰ, চুবুৰীয়াৰ ঘৰৰ পৰা টেলিভিচনৰ অনুষ্ঠান ভাহি আহিছে। ক'ৰবাত ষ্টিৰিঅ'ত বাজিছে এটা হিন্দী গান। দত্তই মুৰ তুলি চাই দেখে হিম আকাশত এটুকুৰা জোন। কিন্তু সেই আকাশ আৰু নাই তেওঁ দেখে আকাশ আৰু অকত হৈ ৰোৱা নাই। চাৰিওপিনৰ ঘৰবোৰৰ পৰা উলঙ্গভাৱে আগবাঢ়ি গৈছে অগণন উদ্ধত এলুমিনিয়ামৰ এন্‌টেনা, যেন আকাশকেই বিদ্ধ কৰাৰ বাবে।

(আজিৰ অসম, বিহুসংখ্যা '৯২)

# অনাদিৰ আত্মানুসন্ধান

সাধাৰণ হাৱাইন চার্ট, কটনৰ ভাঁঠ ইষ্ট্ৰী কৰা ট্ৰাউজাৰ, বগা কেড্‌ছ জোতা পিন্ধি অনাদি টিনৰ ঘৰটোৰ সমুখত চেলুনখনৰ ওচৰত থিয় দি ৰ'ল। চকুত ৰ'দ-চছমা।

ক্ষীণ কগ্ন এটা গলি। এখন পাণদোকান। কেইখনমান পৰিত্যক্ত ৰিক্সা-ঠেলা-ঘোঁৰাগাড়ী। অ'ত ত'ত উচ্ছিষ্টৰ দ'ম। কাষে দুৰ্গন্ধময় বন্ধ নৰ্দমা। ইয়াৰ মাজতেই সৰু টিনৰ ঘৰটো। চাৰিওপিনৰ পৰা বিৰাট অট্টালিকা, মাৰোৱাৰীৰ গুদামঘৰ আৰু মণ্টুৰ গাড়ীৰ গেৰেজে ক্ৰমশঃ হেঁচা মাৰি ধৰিছে ঘৰটো। পুৰণি, দুৰ্বল ঘৰটোৰ দেৱালৰ পৰা চূণ এৰাই পৰিছে, খহি আহিছে ইটা। দুৱাৰ-খিৰিকিত ম্লান সেউজীয়া পৰ্দা···ঘৰটোৰ ওপৰত চকু ৰাখিছে অনাদিয়ে। আজি তিনিদিন ধৰি।

প্ৰায় শূন্য এটা ঘৰ, য'ৰপৰা কোনো হাঁহি-কান্দোন-উচ্ছ্বাসৰ শব্দ ভাঁহি নাহে, মাথোঁ এক ক্ষীণাংগী বৃদ্ধা মাজে মাজে দেখা গৈছে ঘৰটোৰ বাহিৰে-ভিতৰে, খুব উদাস, ঘৰটোৰ দুৱাৰমুখত বৃদ্ধাৰ বাবে বৈ থাকে মাথোঁ নিসংগতা ···ঘৰটোৰ ওপৰত চকু ৰাখিছে অনাদিয়ে। অনাদি দাস, স্পেচিয়েল ব্ৰাঞ্চৰ কনিষ্টবল। থানা···। বহুদিন যিটো মানুহক ধৰিব নোৱাৰি পুলিচ ডিপাৰ্টমেণ্ট বিব্ৰত, বিৰক্ত, তাৰ আচল ঘৰ এইটো, তাৰ সোজনী বৃদ্ধা মাক···।

অনাদি, গৰুজনী এৰাল দি আহ গৈ আৰু। তাইৰ মাতত সি সাৰ পালে। বেৰৰ জলঙাৰে পুৱাৰ বেলিৰ পোহৰ ৰেখা সোমাই আহিছে, জলফাই জোপাত কেইটামান অচিনাকি চৰায়ে মাতিছে, নামঘৰত বল্লভ নামলগোৱাই কীৰ্তন আৰম্ভ কৰিছে, কাষৰ সনাতন খুৰাৰ গোহালিৰ পৰা কোনোৱাই গৰুকেইটা উলিয়াই নিছে,—অনাদি—অনাদি, আয়ে আকৌ মাতিলে। সি বিছনাত জাপমাৰি উঠি বহিল। হয়, পুৱা আৰু মামুনে পঢ়া আৰম্ভ কৰিছেই। লৰা-লৰিকৈ চকু-মুখত পানী ছটিয়াই অনাদিয়ে গোহালিৰ পিনে দৌৰ মাৰে। খেতি চপাবৰ হৈছে, পথাৰৰ পৰা পকাধানৰ গোন্ধ বতাহত ভাঁহি আহিছে, নদীৰ পাৰতেই গৰু দুজনী এৰাল দিব লাগিব।···পুৱাৰ ঈষৎ উষ্ণ ৰ'দ, নদীৰ গৈৰিক বিস্তাৰ, ৰূপালী পানীৰ ওপৰত বতাহৰ খেলা···নদীৰ ঘাটত এখন

নিঃসংগ নাও, নদীৰ দুপাৰত সোঁতহীন অবাধ প্ৰকৃতি, যেন এক অপাৰ্থিব সৌন্দৰ্যত সি উদ্ভাসিত হৈ পৰে··· ।

খুব সৰুতেই অনাদিৰ দেউতাক ঢুকাইছিল, অস্পষ্ট সপোন দৰে মনত পৰে অনাদিৰ সেই দৃশ্য, তেতিয়া সন্ধিয়াৰ কুঁৱলীসনা আন্ধাৰ লাহে লাহে আগবাঢ়ি আহিছিল চৌদিশৰ পৰা জল-স্থল অন্তৰীপৰ সকলো বাস্তৱতা হেৰাই গৈছে এক ৰহস্যময় কুহেলিকাত। নদীৰ পিনৰ পৰা এজাক চেঁচা বতাহ সোঁ-সোঁৱাই আহে, ঘৰৰ চোতালত কেইজনমান নীৰৱ ডেকা-বৃদ্ধ, সমুখত মাটিত এজন ক্ষীণ দুৰ্বল শৰীৰৰ মানুহ, চকুমুদা, দেখিলে এনে লাগে যেন নিশ্চিতভাৱে টোপনিহে গৈছে, সেইজন অনাদিৰ দেউতাক, তেতিয়া তাৰ বয়স আছিল নিচেই কম, ঘটনাটো কি হৈছিল সি বুজিবই পৰা নাছিল, দেউতাক আছিল উদাসীন প্ৰকৃতিৰ মানুহ, ঘৰৰ প্ৰতি মন-কাণ নাছিল বিশেষ, ৰাতিপুৱাই ওলাই যায়, কেতিয়াবা ৰাতি ওভতে, কেতিয়াবা নোভতে। শুনা যায় নপামৰ হৰ দাসৰ ঘৰত বহে, গীত গায়, আলোচনা কৰে ধৰ্মকথা, আত্মীয়-স্বজনৰ সৈতে সম্পৰ্ক নাই, নাই আনকি অনাদি, সৰু সৰু ভায়েক-ভনীয়েক দুটা মাকৰ সৈতে, সেই দেউতাকৰ কথা বিশেষ মনত নাই অনাদিৰ। সেই মৃত্যুদৃশ্যৰ বাদে। এদিন সন্ধিয়া নপামৰ পৰা উভতি অহা অৱস্থাত নদীৰ সিপাৰে দেউতাকক কোনোবাই আৱিষ্কাৰ কৰিলে, নদীৰ গৰাত তেওঁৰ প্ৰাণহীন দেহ পৰি আছিল—আয়ে কান্দিছিল মাথোঁ, সিহঁত আছিল সনাতন খুৰাৰ কোলাত, সনাতন খুৰাই আছিল সিহঁতৰ অভিভাৱক, ককায়েকৰ ঘৰখন চোৱাচিতাৰ দায়িত্ব গাত পাতি লৈছিল তেৱেঁই, যিয়েই নহওক দেউতাকৰ এই মৃত্যুৱে অনাদিক সামান্যও স্পৰ্শ কৰিব পৰা নাছিল··।

গলিটোৰ আনটো মূৰত এখন বিয়াৰ প্ৰস্তুতি চলিছে, হয়তো বঙালী মানুহৰ ঘৰৰ বিয়া, কিছু ডেকা-গাভৰু অহা-যোৱা কৰিছে, সমুখত এখন গেট সজোৱা হৈছে, সমুখৰ ষ্ট্ৰীট লাইটৰ পʼষ্টৰ পৰা ইলেকট্ৰিকৰ সংযোগ তাঁৰ তালৈ টনাৰ চেষ্টা চলিছে, খিলখিলাই হাঁহি এজাক তৰুণী গাভৰু অনাদিৰ সমুখেৰে পাৰ হৈ গʼল, সেই উচ্ছলতালৈ বহুসময় চাই ৰʼল সি—গলিটোৰ প্ৰকাণ্ড গতি আৰু ওলাই থকা শিলবোৰৰ ওপৰেৰে এখন জৰ্জৰ ট্ৰাক সশব্দে আগবাঢ়ি আহিল আৰু আহিল ধূলি আৰু ধোঁৱা, বিয়াঘৰৰ পিনৰ উৰুলিৰ দৰে কিবা এটা শুনা গৈছিল কিন্তু ট্ৰাকৰ ঘৰ্ঘৰে সেই শব্দ ঢাকি ধৰিলে—সজাগ হৈ উঠে অনাদি। কোন সি? কিয় বৈ আছে এই গলিটোত? সি পাহৰি গৈছিল

স্থান আৰু কাল, পাহৰি গৈছিল যে সি চিভিল ড্রেছত থকা স্পেচিয়েল ব্রাঞ্চৰ কনিষ্টবলহে, ভয়ংকৰ এক সন্ত্রাসবাদীক আটক কৰাৰ বাবে পুলিচে পেলোৱা জালৰ সিও এক অংশবিশেষ,··· সতর্ক হৈ যায় অনাদি, ওৱাৰলেছ মেছজত স্পষ্ট উল্লেখ আছে মৰিয়নীৰ ওচৰেপাজৰে দেখা গৈছে মানুহটো গুৱাহাটীৰ পিনে গৈ আছে শীঘ্রেই। বহুদিন সি তাৰ নিজৰ ঘৰলৈ অহা নাই, মাকৰ ওচৰলৈ অহা নাই, এইবাৰ·· আপাতদৃষ্টিত যেতিয়া পৰিবেশ শান্ত সি বৃদ্ধা মাকক লগ পাবলৈ এই ঘৰটোলৈ খুব সম্ভৱতঃ আহি যাব পাৰে, বা আন ঠাইতো মাকক লগ ধৰাৰ চেষ্টা কৰিব পাৰে, গতিকে মাকৰ ওপৰতো চকু ৰখাটো জৰুৰী....ইতিমধ্যে প্রতিখন পুলিচ থানাত— আউটপ'ষ্টত মানুহটোৰ ছবি আহি গৈছে, অনাদিৰ হাততো আছে তাৰ এখন ছবি—ক্ষীণ মুখৰ এক যুৱক, দীপ্ত চকু, অবিন্যস্ত চুলি, অস্পষ্ট বেকগ্রাউণ্ড, হয়তো এটা পাহাৰ, এজোপা বিশাল গছ, গ্রুপফটো এখনৰ পৰা এন্‌লাৰ্জ কৰা, সঠিক ধৰিব নোৱাৰি। অনাদিয়ে চচমাযোৰ ৰুমালেৰে মচি লয় ··।

হঠাৎ মামুনে কান্দি উঠিল, তাই বিয়া হ'ব নোখোজে, মানুহটোৰ বয়স হৈছে, আগৰ মানুহজনী ঢুকাইছে, নীৰৱ-জঠৰ হৈ অনাদি চোতালত বৈ থাকে, সনাতন খুৰাই তাইক বুজাইছে—মানুহটোৰ চাকৰি এটা আছে, পঞ্চায়তত কাম কৰে, বয়স অলপ হ'লে মানুহ বেছি দায়িত্বশীলহে হয়। মামুনৰ কান্দোন বাঢ়ি যায় সেই দীর্ঘ বিননিয়ে তাৰ অন্তৰ চুব নোৱাৰে, এই দিনত সহজে ল'ৰা এটা পোৱাটো টান, আৰু ছোৱালীৰ বয়সতো বৈ নাথাকে। গাভৰু ছোৱালীজনী উদং ঘৰখনত ৰাখি থয় কেনেকৈ? অৱশেষত বিয়াখন হ'লগৈ, সনাতন খুৰায়েই টানি-আজুৰি ক'ৰবাৰ পৰা কিবা কৰি বিয়াখন পাতিলে, গাঁৱৰে বিপ্র মহন্তৰ পৰা ধাৰ ল'বলগা হ'ল কিছু টকা, দৰা যাবৰ সময় হোৱাত সি বিয়াঘৰৰ পৰা আঁতৰি আহিল, মামুনে হিয়ালি-জিয়ালিকৈ কান্দিছে, লাহে লাহে সি নদীৰ পিনে খোজ দিয়ে শেষ ৰাতিৰ অন্ধকাৰত নদীৰ পাৰৰ পৰিশ্রুত জলগন্ধময় বতাহ তাৰ মুখত ছিটিকি পৰে। শৰীৰৰ কোষে কোষে সেই বতাহ বিয়পি পৰে, চকুত হাত দি চায় অনাদিয়ে, তাৰ চকুত পানী নাই, শুকান, অথচ তাৰতো কান্দোন ওলাব লাগিছিল, সৌ সিদিনালৈকে নদীৰ পাৰে পাৰে তাৰ পিছে পিছে দৌৰি ফুৰিছিল অকণমানি মামুন, সি পুতু আৰু মামুনক নদীত সাঁতুৰিবলৈ শিকাইছিল, এদিন

লৈ গৈছিল চহৰলৈ। বৰ্ণময় মেলা সহস্ৰ লোভনীয় খাৰু-মণিৰ পিনে আঙুলিয়াই।

অনাদিয়ে ভনীয়েকক কৈছিল এদিন মই টকা ঘটি তোক এইবোৰ চব কিনি দিম। তাৰপিছত কিমান মেলা আহিল আৰু গ'ল, মামুনৰ বাবে আৰু চহৰৰ মেলাৰ পৰা খাৰু-মণি আনি দিব পৰা নগ'ল। খুব কষ্টত পাৰ হৈ গৈছিল দিনবোৰ।

ঘৰটোৰ পৰা বৃদ্ধা ওলাই আহিছে, আগফালৰ ৰ'দত দুখনমান কাপোৰ মেলি দিলে, তাৰপিছত আকাশৰ পিনে চালে...

এৰা আকাশ, এইখন আকাশকেইতো সি গাঁৱত এৰি থৈ আহিল, এইখন আকাশৰ তলতেই পুতু আৰু মামুনৰ সৈতে সি ভৰপক ধাননিৰ মাজেৰে দৌৰি ফুৰিছিল, খেদালি ফুৰিছিল পথাৰৰ পানীৰ ডোঙা, নদীৰ টুলং-ভুটুং নাক্ৰন্ত মনে মনে উঠিছিলগৈ ..ওপৰত আছিল দুপৰীয়াৰ বেলি, কি তাৰ তেজ, উত্তাপ! কি মমতাৰে এই আকাশেই, এই সূৰ্য্যৰ উমেই ছানি আছিল সিহঁতক।

তাৰপিছত কি এক সময় পাৰ হৈ গ'ল। য'ত হাঁহি নাই, নাই আনকি কান্দোনো। মাথোঁ প্ৰেমহীন, অৱলম্বনহীন সময় ধীৰ শ্লথভাৱে বাগৰি গ'ল।

—আই, আই! মাক আজি শোৱাপাটীৰ পৰা উঠা নাই। এইকেইদিন গাটোও ভাল যোৱা নাই। গোহালিত' গৰুজনীয়ে হেম্বেলিয়াইছে। আইৰ বিছনাত এচেৰেঙা ৰ'দ, কোঠাটোৰ বাকী অংশ স্বল্পালোকিত, আই, আই · আইৰ বুকুত সোঁহাতখন, ক্ষীণ, শিৰা-উপশিৰাবোৰ প্ৰকট, ক্ষীণ ৰূপালী চুলিখিনি খোলা, মুখত প্ৰাচীন গছৰ শিপাৰ দৰে সহস্ৰ ৰেখা...আই, অনাদিয়ে দেখিলে উশাহ নাই, এটা মাখি চকুৰ পতাত পৰি আছে...অনাদিয়ে মাকৰ বুকুত মুখখন গুজি দিলে, দুহাতেৰে সাৱটি ধৰিলে সেই ক্ষুদ্ৰ শৰীৰ: নিনিব অ', নিনিবি অ' আইক লৈ নাযাবি। কিন্তু অনাদিয়ে আচৰিত হৈ দেখে তাৰ চকুত এটোপা পানীও নাই, মাথোঁ বুকুৰ ভিতৰৰ পৰা কিবা এটা উথলি ওলাই আহিব খুজিছে, মাথোঁ ক্ৰমশঃ বাঢ়ি আছে বুকুৰ মাজৰ শিলৰ ভৰ

সময় কিমান হ'ল?

অনাদি উভতি আহে বৰ্তমানলৈ। পাণদোকানখনত চিগাৰেট এটা জ্বলাবলৈ আহি ল'বা এটাই তাক সময় সুধিছে। অ' এৰা সময় কিছু হৈছে,

স্কুল ছুটি হৈছে হ'বলা। দুই-এটা স্কুলীয়া ল'ৰা-ছোৱালী দৌৰি-ঢাপৰি গলিটোৰে পাৰ হৈ গ'ল ...।

সৌ ল'ৰাটো, চৈধ্য-পোন্ধৰমান বয়স হ'ব তাৰ, হাতত এবোজা কিতাপ লৈ ইস্কুলৰ পৰা উভতিছে, তাৰ মুখ ঘৰ্মসিক্ত, ৰ'দে পোৰা, চুলিকেইডাল কপাললৈ নামি আহিছে, অনাদিয়ে বুজিব পাৰিলে এই ঈষৎ কৃষ্ণবৰ্ণ জোঙা নাক, দুৰ্বল থুতৰিৰ ল'ৰাটোক তাৰ খুব চিনাকি যেন লাগিছে। সি বুজিলে এই যে তাৰ ডিম্বাকৃতি ক্ষীণ মুখৰ প্ৰফাইল ইয়াৰ সৈতে সাদৃশ্য আছে পুতুৰ, তাৰ ভায়েকৰ আৰু সি অনুভৱ কৰিলে যে তাৰ মনৰ গভীৰত অস্পষ্ট-অৰ্ধস্পষ্টকৈ পৰি ৰৈছে সেই স্মৃতি, পৃথিৱীৰ প্ৰাচীন শিলাস্তৰৰ মাজৰ জীৱাশ্মৰ দৰে, কিন্তু সেই স্মৃতি মচি পেলোৱা সহজ নহয়, সেই দুখবোধ সেই যন্ত্ৰণা চেপি-খুন্দি বুকুৰ মাজৰ ক'ৰবাত পৰি আছে—দাদা, মই কলেজত নাম লগাম, চায়েন্সত, কলেজৰ ছাৰ এজনে মোৰ সকলো ব্যৱস্থা কৰি দিম বুলি কৈছে, তেওঁৰ ঘৰতে থাকিম···পুতু এদিন চহৰলৈ গ'ল, হাতত কাপোৰ-কানিৰ টোপোলা এটা, সি আগবঢ়াই থ'বলৈ আহিল বাছলৈকে, পুৱাৰ বাছখন গৈ বিনিকি বিনিকি দেখা পোৱালৈকে অনাদি আলিৰ দাঁতিত ৰৈ থাকে অকলে,···তাৰপিছত মাজে মাজে পুতু আহে ঘৰলৈ, খুব কষ্টত আছে সি, অনাদিয়ে তাক পঢ়াশুনাৰ কথা সোধে, সোধে পৰীক্ষাৰ কথা, ইতিমধ্যে খেতিমাটিডোখৰ বিক্ৰী গৈছে, বিপ্ৰ মহন্তই ধাৰাখিনিৰ সৈতে মিলাই মাটিখিনি হাতলৈ আনি লৈছে···তাৰপিছত চ'তমাহৰ কোনোবা এটা ৰাতিপুৱা চহৰৰ পৰা খবৰ আহিল, আগনিশা পুতুৱে আত্মহত্যা কৰিলে, অধ্যাপকজনৰ ঘৰতে, কিছু ৰহস্য, হতবাক অনাদি দৌৰিল চহৰলৈ, অচিনাকি মুখ সকলো, সহানুভূতিহীন চাৱনি, প'ষ্টমৰ্টেম পুলিচ, শ্মশান,·· পিছত তাৰ মনত পৰিল একমাত্ৰ ভায়েকৰ মৃত্যুত তাৰ কান্দিবলৈও সময় নাথাকিল, আনকি এটোপাল চকুপানীও তাৰ নিগৰি নাহিল, যেন তাৰ বুকুৰ ভিতৰত সকলো শিল হৈ আহিছে ক্ৰমশঃ, লাহে লাহে তাৰ বোধ হ'ল কি ভয়ংকৰ ৰাতিবোৰ, ৰাতিৰ আন্ধাৰ, তাতোকৈও ভয়াবহ দিন, দিনৰ পোহৰ। এদিন গাঁও এৰি আহিল সি, কোনো সংস্থান নাই ক'তো, তাৰ-পিছত তাৰ কাহিনী মাথোঁ ৰাশি ৰাশি অকৃতকাৰ্যতাৰ কাহিনী, সি আৱিষ্কাৰ কৰিলে পৃথিৱী কিমান জটিল, অমানৱীয়, নৃশংস···সেইবোৰ কথা ভাবিবলৈও তাৰ মন এতিয়া অক্ষম, তথাপি আক্ষৰিক অৰ্থতেই বহু দৌৰ-জাপ, কাকুতি-মিনতি, অনুৰোধৰ পিছত সি এই পুলিচৰ চাকৰিটো পালে, ডি·এছ·পি· জনক

ঘৰে-মাটিয়ে বেচি টকাকেইটাও শোধাই দিবলগা হ'ল, অনাদিয়ে ভাবিলে যে অচিন চহৰখনত চাকৰিটো পালেও সি নতুন জীৱন এটা আৰম্ভ কৰিব পাৰিব, মনৰ পৰা মচি পেলাব পুৰণি কাহিনী। নাই, এতিয়াই তাৰ বয়স ত্ৰিশ পাৰ হোৱা নাই, সি তাৰ সমস্ত চেতনা বিগত দুখময় সময়ৰ ওপৰতেই পৰিব্যাপ্ত কৰা উচিত নহ'ব, ভৱিষ্যতৰ পিনেও সি মূৰ তুলি চোৱা উচিত হ'ব, সামান্য চাকৰি হ'লেও অনাদিৰো এটা কেৰিয়াৰ আছে, এটা ভৱিষ্যৎ আছে, তাৰ ওপৰেৰে বহু ধুমুহা পাৰ হৈ গৈছে, সঁচা, অসংখ্য হতাশা, ক্ষোভ কায়-ক্লেশৰ ঘূৰ্ণী বৈ গৈছে সঁচা, কিন্তু হয়তো তাৰো এটা জীৱন সমাগত, আন এটা জীৱন —য'ত হাঁহি আৰু উচ্ছ্বাস আছে, আছে মান আৰু প্ৰাচুৰ্য। অন্ততঃ ইয়াৰ মাজেৰেই সি আকৌ এখন ঘৰ কৰিব পাৰিব সৰু সৰু ল'ৰা-ছোৱালীকেইটামানে তাত হাঁহিব-কান্দিব তাৰ বাবে কোনোবা পদূলিত বৈ থাকিব···

হঠাৎ চমকি উঠিল অনাদি, উভতি আহিল গলিটোলৈ, দুজন বয়স্ক মানুহ ৰিক্সাৰে আহি ঘৰটোৰ সমুখত ৰৈছেহি। এজন ৰিক্সাৰ পৰা নামি ঘৰটোৰ পদূলিৰে সোমাই গ'ল, দুৱাৰত টুকুৰিয়ালে, দুৱাৰ খুলিলে বৃদ্ধাই, মানুহজন ভিতৰ সোমাই গ'ল। কেইটামান মুহূৰ্তৰ পিছত মানুহজন ওলাই আহিল অকলে আৰু আঁতৰি গ'ল ; হয়তো কোনো শুভাকাংক্ষী, কোনো অভিভাৱক, কাৰণ সিহঁতে বিচৰা মানুহটোৰ সৈতে এওঁলোক দুজনৰ কোনো সাদৃশ্য নাই, খুব ভালকৈ লক্ষ্য কৰি সি নিশ্চিত···।

তাৰপিছত এদিন, চাকৰিত জইন কৰাৰ বহুদিনৰ পিছত সি খবৰ পালে যে সনাতন খুৰা ঢুকাল, থানালৈ সেইদিনা এচ-পি আহিছিল, খুব ব্যস্ত আছিল থানাখন, কাৰো উশাহ ল'বলৈ সময় নাই, অ'-চিয়েতো কৈয়েই দিয়ে—বিনা-অনুমতিত উশাহ ল'বও নালাগে, ডিউটিৰ কোনো ৰাতি-দিন নাই, চহৰখনত আচম্বিত চাৰি-পাঁচটা বোমাফুটি গ'ল একেলেঠাৰীয়ে, কুকুৰৰ দৰে দিনে-ৰাতিয়ে দৌৰি ফুৰিছিল অনাদিহঁতে। সেই সময়তে সি খবৰটো পালে—দহদিনমানৰ পিছত সি যেতিয়া অলপ মুকলি হ'ল সি ভাবিলে এতিয়া গাঁৱলৈ যোৱাৰ কিবা প্ৰয়োজন আছে জানো, কাৰ ওচৰলৈ যাব সি ? আচৰিত, সনাতন খুৰা ঢুকাল অথচ সি অকণমান দুখ কৰিবলৈও সময় নাপালে।···

তেতিয়াই অনাদিয়ে দেখে গলিটোৰ মূৰৰ পৰা এটা সৰু সমদল আগবাঢ়ি আহিছে। ঠিক সমদল নহয়, এটা শৱযাত্ৰা, কেইজনমান যুৱকে কঢ়িয়াই আনিছে এটা মৃতদেহ, তাৰ পিছে পিছে মৌন-গম্ভীৰ মুখৰ কেইজনমান মানুহ।

সন্ত্ৰস্ত হৈ অনাদি থিয় হ'ল। দুজন মানুহ আগবাঢ়ি আহি টিনৰ ঘৰটোৰ ওচৰত ৰ'ল, জপনাখন খুলি দিলে।

ঘৰটোৰ সমুখতে মৃতদেহটো নমোৱা হ'ল—বগা কাপোৰেৰে ঢকা এটা নিস্পন্দ শৰীৰ, দুটামান ফুল অ'ত ত'ত। গলিৰ এটা-দুটা মানুহ আগবাঢ়ি আহিছে, এটা সৰু ভিৰ। অনাদিয়ে এখোজ-দুখোজকৈ সেই ভিৰৰ মাজত সোমাই পৰিল। যেন এখন ট্ৰেজিক নাটকৰ দৃশ্য, অনাদিয়ে দেখে ম্লান সেউজীয়া পৰ্দা ঠেলি সেই বৃদ্ধা এখোজ-দুখোজকৈ আগবাঢ়ি আহে, ধীৰ-শান্ত ভংগীৰে। পৰম মমতাৰে তেওঁ মৃতদেহ স্পৰ্শ কৰিলে, মুখৰ ওপৰৰ পৰা কাপোৰখন আঁতৰাই দিলে সামান্য চমকি উঠে অনাদি, এৰা সেই মুখখন, যাৰ ছবি তাৰ হাতত আছে, ক্ষীণ, কঠোৰ মুখৰ এক যুৱক, অৰ্ধনিমিলিত চকু, গালত কেইবাদিনৰো নকটা ডাঢ়ি, চকুৰ পতাত ছাঁ, হয়তো পাৰ হৈ গৈছে বহু নিদ্ৰাহীন, যন্ত্ৰণাময় ৰাতি · কালি সন্ধিয়া খেৰনিত পুলিচৰ সৈতে এটা এনুহুত মানুহটো গুলী খাই পৰিল, কোনোবা এজনে অনাদিক খবৰটো জনালে, পুলিচে অৱশ্যে নিশাহে ডেড্‌বডিটো বিচাৰি পালে। বুকু আৰু পেটত ছটা গুলী লাগিছে। প'ষ্টমৰ্টেম হৈ গ'ল। আজি ডেড্‌বডিটো মাকৰ ওচৰলৈ অনা হৈছে। তাৰপিছত নিঃশব্দতা, নাই আনকি কোনো হুমুনিয়াহৰ শব্দ, বৃদ্ধাই মৃত পুতেকৰ মুখলৈ চেনেহৰ দৃষ্টিৰে চাই ৰৈছে, তাৰ অবিন্যস্ত চুলিৰ মাজত ডুবাই দিছে শীৰ্ণ দুৰ্বল আঙুলিবোৰ। পৰম বিস্ময়েৰে অনাদিয়ে দেখে বৃদ্ধাই কন্দা নাই, দুটা শুকান জলাশয়ৰ দৰে তেওঁৰ চকু। তেওঁৰ মুখৰ এডাল ৰেখাও কঁপি উঠা নাই, কি নিৰ্বাক মুখ বৃদ্ধাৰ, কি ভাষাহীন দৃষ্টি বৃদ্ধাৰ, আৰু তেওঁৰ সেই নীৰৱতাই চাৰিওপিনৰ হাঁহাকাৰ নৈশব্দ গাঢ়তৰ কৰি আনিছে···শৱযাত্ৰাটো পুনৰ আৰম্ভ হ'ল, প্ৰস্তৰ মূৰ্তিৰ দৰে মাথোঁ বৃদ্ধা পদুলিত ৰৈ থাকিল।

সমদলটোৰ সৈতে মন্ত্ৰমুগ্ধৰ দৰে খোজ দিয়ে অনাদিয়ে। হয়তো তাৰ ভিউটি শেষ হ'ল। নীৰৱ গম্ভীৰ এক শৱযাত্ৰা, মাথোঁ শুনা যায় ধীৰে খোজৰ শব্দ, ৰাস্তাৰ দুই-এটা মানুহে সিহঁতৰ পিনে চাইছে, ৰাজপথত উঠি সিহঁত সন্মুখীন হ'ল ধূলি-ধোঁৱা-গাড়ী-মটৰৰ কোলাহলৰ, ক্ৰমে শৱযাত্ৰাটোৰ মাজলৈ সোমাই পৰে অনাদি।

গভীৰ নিৰ্বেদেৰে সি মূৰ তুলি ওপৰলৈ চালে, সকলো সলনি হৈছে, সেই মানুহ, সেই গাঁও, সেই চহৰ, আত্মীয়স্বজন সকলো ক্ৰমশঃ বিচ্ছিন্ন, আই আৰু নাই, নাই সনাতন খুৰা, পুতুৱে আত্মহত্যা কৰিছে···তথাপি সৌৱা আকাশ,

প্ৰাচীন আকাশ, এতিয়াও তাহানিৰ দৰে নীল নিৰ্বিকাৰ, সমগ্ৰ পৃথিৱীক এতিয়াও পৰম মমতাৰে সেই আকাশেই ছানি আছে; আৰু আছে উদ্দীপ্ত ক্লান্তিহীন সূৰ্য এতিয়াও সি কি সামৰ্থ্যৰে বিকীৰ্ণ কৰি আছে তাৰ তেজ আৰু উত্তাপ ·····লাহে লাহে মূৰ নমাই সমুখৰ পিনে চাওঁতেই অনাদিয়ে অনুভৱ কৰিলে তাৰ চকুৰ কাষেৰে এটোপাল তৰল নিগৰি আহিছে, সি চমকি উঠে, আপোনাআপুনি তাৰ হাতখনে গাল স্পৰ্শ কৰে, পৰম বিস্ময়েৰে সি দেখে সেয়া চকুপানী, উষ্ণ আৰু গাঢ়······

তেতিয়াই অনাদিয়ে অনুভৱ কৰিলে তাৰ বুকুৰ ভিতৰখন চৌচিৰ হৈ গৈছে, বুকুৰ মাজৰ পৰা হাঁহাকাৰ ধুমুহাৰ দৰে কিবা এটা যেন বাহিৰ ওলাই আহিব খুজিছে, চৌদিশ যে অস্পষ্ট, চৌপাশৰ কোলাহল অৰ্ধস্পষ্ট আৰু সেই প্ৰকাণ্ড দিনৰ পোহৰত অনাদিয়ে দুহাতেৰে তাৰ মুখ ঢাকি ধৰিলে, তাৰপিছত সমস্ত বান্ধ ভাঙি হু-হুকৈ তাৰ কান্দোন ওলাই আহিল, লাহে লাহে আঁঠুকাঢ়ি অনাদি খহি পৰিল ৰাজপথত।

(সাদিন, পূজা সংখ্যা '৯২)

# বন্ধু দুবৈত্ত জীৱন কলিতা

ৰেডিঅ' মস্কোত ইংৰাজী বাতৰিৰ পিছত দিমিত্রি ইভয়েংকোৱে পিয়ানো বজাইছিল। জীৱন কলিতাই লাহেকৈ ট্রেনজিষ্টৰ ৰেডিঅ'টো অফ কৰিলে আৰু তুৱাৰথন ভেজা দি জপাই বাৰাণ্ডাত থকা চাইকেলখন লৈ বাহিৰ ওলাই আহিল।

ফৰকাল নিৰ্মেঘ আকাশ। ৰাতি বৰষুণ এজাক দিছিল, ৰাস্তাৰ তুকাষৰ ঘাঁহবোৰ পৰিচ্ছন্ন হৈ জিলিকি আছে। বুদ্ধ গোঁসাইৰ পদূলিৰ নাৰিকল কেইজোপাৰ পাতত এতিয়াও পানীৰ এটা-দুটা টোপাল। দোপদি কলিতা চাইকেলৰ চেদেলত উঠিল। তেওঁৰ মনটো আজি বৰ ভাল।

জীৱন কলিতা পার্টিৰ মানুহ। আজীৱন তেওঁ পার্টি কৰি আহিছে, পার্টিৰ কামত দিহিঙে দিপাঙে ঘূৰিছে, কেতিয়াবা মান আৰু কেতিয়াবা অপমান পাইছে পার্টিৰ কাৰণেই। পার্টি মানে কমিউনিষ্ট পার্টি। তৰাডুবি গাঁৱৰ চাৰিওপিনে আঠ-দহ কিলোমিটাৰ এলেকাত কমিউনিষ্ট কলিতা বুলিলে মানুহে চিনি পাবই—অন্ততঃ বুঢ়া আদহীয়া চামে।

ভাত তুসাজৰ বাহিৰে পৰিয়ালৰ লগত কলিতাৰ সম্পৰ্ক নাই, ভায়েকৰ বিৰাট সংসাৰ পিছফালৰ সৰু অকলশৰীয়া ঘৰ এটাত কলিতা থাকে, অকলে, নিৰৱে অহা-যোৱাও কৰে পিছফালেদিয়েই। ৰাতিপুৱাইপুৱণি চাইকেলখন লৈ কলিতা ঘৰৰ পৰা ওলায়, তেওঁৰ কোঠালৈ ভাতৰ কাঁহী পঠাই দিয়া হয় ভতিজাক বা ভাই নাতি এটাৰ হাতত, নপঠিয়ালেও কথা নাই, কলিতাই চাইকেলখন লৈ ওলাই যায়, সেইটো ৰুটিন।

নিজৰ জীৱনটো সফল নে বিফল কলিতাই বুজি নাপায়, খুব দকৈ কথাটো চিন্তাও কৰি চোৱা নাই। চাকৰি নকৰিলে, টকা-পইচা একো নাই, পিতাকে এৰি যোৱা মাটি-ঘৰৰ ভাগ লোৱাৰ কথা তেওঁ আৰু চিন্তা কৰা নাই, আনকি পার্টিৰ কামত ঘুৰি ফুৰোতেই বিয়া-বাৰুও কৰোৱা নহ'ল। পুৱা-গধূলিৰ ভাত সাজ বাৰু তেওঁ ভায়েকৰ দয়াতহে পাই আছে নেকি? নাই, নিজৰ কথা কলিতাই বেছি নাভাবে, ব্যক্তিগত জীৱনক তুচ্ছ জ্ঞান কৰে তেওঁ। পার্টিৰ চেষ্টাত এটা সময় আহিব, অনিবাৰ্য সেই সময়, যেতিয়া ধনী আৰু তুখীয়াৰ প্ৰভেদ নাথাকিব, কোনো অৰ্দ্ধাহাৰে অনাহাৰে নাথাকিব, সকলোৱে পাব এসাজ

ভাত, একোখন কাপোৰ। চোৱা, মাৰ্ক্স'ৰ ভৱিষ্যৎবাণী অনুসৰিয়েই আমেৰিকাৰ দৰে উন্নত পুঁজিবাদী দেশত সৰ্বহাৰাৰ সংখ্যাগত শক্তি প্ৰচুৰ পৰিমাণে বৃদ্ধি পাইছে। কিন্তু তাৰ তুলনাত কমিউনিষ্ট দেশ ছোভিয়েত ইউনিয়নত

মনটো খুব ভাল লাগি গ'ল কলিতাৰ। ঔগুৰিৰ ভৱেন দেউৰীৰ ওচৰলৈ যাব নেকি ভাবিলে। বাৰ মাইল বাট। তথাপি আজিৰ খবৰ-বাতৰিবোৰ দেউৰীক জনোৱাটো জৰুৰী। দেউৰী পাৰ্টি ৱৰ্কাৰ। পিছে এতিয়া আৰু তেওঁ বৰকৈ ঘুৰি ফুৰিব নোৱাৰে। আন্দোলনৰ সময়ত গাঁৱৰে ল'ৰা কেইটামানে তেওঁক বেয়াকৈ মাৰধৰ কৰিলে। মূৰত আঘাত পাইছিল খুব, ঘৰৰ মানুহে বচাৰ আশাই কৰা নাছিল ; তেতিয়াৰ পৰাই দেউৰীৰ দৃষ্টিশক্তি কমি আহিছিল, এতিয়া বয়সো হ'ল, চকুৰে প্ৰায় নেদেখে বুলিয়েই ক'ব পাৰি।

খুৰা কোন পিনে ? ঘনৰ পাণ দোকানৰ সমুখত গিৰিধৰ শৰ্মাৰ ল'ৰাটো, বিপিন। চিগাৰেট হুপিবলৈ আহিছে। টাউনৰ কলেজত পঢ়ে। কথা-বতৰাত এটা তাচ্ছিল্যৰ সুৰ।

কি হ'ল খুৰা, কমিউনিজিমৰ অৱস্থাই নাই দেখোন। স্বয়ং ৰুছিয়াতে বোলে মাৰ্কেট ফ্ৰি, প্ৰচুৰ ডিস্ক' চলে আৰু তাতোকৈও বেছি চলে হেনো আমেৰিকান চিনেমা। আৰু বেকাৰৰ সংখ্যা হেনো আমাৰ ইয়াতোকৈও বেছি।

এটা চাৰ্মিনাৰ জ্বলালে কলিতাই। মুখত সামান্য বিৰক্তি। —তোমালোকে এইবোৰ খবৰ ক'ত পোৱাহে ? যত চব মাৰ্কিন প্ৰপাগাণ্ডা।

যিয়েই নহওক বিপিনইঁতে আজি ৰুছিয়াৰ খবৰবোৰ শুনা নাই। অৱশ্যে এনে কটাক্ষ আৰু কটুক্তি কলিতাইঁতে আৰু গাত নাসানে। সেই ১৯৪৭-ৰ ইয়ে আজাদী ঝুঠা হায় শ্লোগানৰ সময়ত বা ১৯৬২-ৰ চীনা আক্ৰমণৰ সময়ত পাৰ্টি ৱৰ্কাৰ হিচাপে কলিতাইঁতে কমখিনি লাঞ্ছনা গঞ্জনা সহ্য কৰিব লগা হোৱা নাছিল। আনকি সৌ সিদিনা আন্দোলনৰ সময়ত দেউৰীয়ে মাৰ খাইছে অকাৰণে, প্ৰাণৰ ভয়ত ভায়েকৰ হৈঁচাত কলিতাও ঘৰৰ পৰা আঁতৰি আছিল বহুদিন। এই ব্যক্তিগত দুখ-ক্লেশ সহ্য কৰিব লাগে, কলিতাই ভাবে, কাৰণ পাৰ্টি আছে তেওঁলোকৰ লগত, তেওঁলোক আছে পাৰ্টিৰ লগত। এদিন এক সময় আহিব, অৱশ্যম্ভাৱী সেই সুদিন, যেতিয়া সকলো মানুহ হব সমান আৰু পৰিতৃপ্ত, য'ত ধনী আৰু দুখীয়া, শোষক অথবা শোষিত নাথাকিব, অফুৰন্ত আহৰি সময় ভোগ কৰা নাইবা হাড় ভঙা খাটনিত জীয়াতু ভোগা সেই

লোকসকল আৰু নাথাকিব। ই অনিবাৰ্য, এয়াই হৈছে কমিউনিজমৰ ঐতিহাসিক প্ৰক্ৰিয়াৰ অপ্ৰতিৰোধ্য নিয়ম। জীৰ্ণ চাইকেলখনৰ কৰ্কশ পেডেল ঠেলি ঠেলি কলিতা মথাউৰিৰে গৈ থাকে। তেওঁৰ মনটো আজি খুব ভাল।

বহু হাজাৰ মাইল দূৰৈত থকা এখন দেশ, জীৱনত যিখন দেশ কলিতাই আৰু কেতিয়াও দেখা নাপাব, কিন্তু সেইখন দেশ তেওঁলোকৰ আদৰ্শ, আদৰ্শ সেইখন সমাজ, তাৰ নেতা-সাধাৰণ মানুহ। সেয়ে, মিছা কৈ লাভ নাই, যেতিয়া বাতৰি কাকতত ওলায় ব্ৰেজনেভৰ কৰাপচনৰ কথা, গৰ্বাচেভৰ তথাকথিত মুক্ত ছোভিয়েতত আমেৰিকান পৰ্ণ চিনেমা হল ভৰ্তি চলাৰ কথা (আনকি বিপিনৰ দৰে পিলিঙাৰ মুখতো) কলিতা সামান্য উদাসো হৈ যায়। কিন্তু এই বাতৰিবোৰৰ সত্যতা নিজ কাণেৰে তেওঁৰ পুৰণি ৰেডিঅ'ত শুনি আহিছে। আজি ছোভিয়েতত কেইজনমান হাৰ্ডলাইনাৰে বৰ্তমানৰ সন্দেহজনক নেতৃত্বক আঁতৰাই ক্ষমতালৈ আহিছে। যিবোৰ সুৰুঙাৰে দেশখনত পুঁজিবাদৰ অনুপ্ৰৱেশ ঘটিছিল এই নেতৃবৃন্দই কঠোৰ হাতেৰে সেইবোৰ ৰুদ্ধ কৰিব। কি আশ্চৰ্য—ছোভিয়েত ইউনিয়নৰ দৰে দেশত গৰ্বাচেভ-য়েল্টছিনে কমিউনিজম বা ছচিয়েলিজমৰ শব্দ দুটাকেই পছন্দ নকৰা হৈছিল! —হুঃ—এতিয়া এই হাৰ্ডলাইনাৰ কেইজনৰ নেতৃত্বতেই দেশখন প্ৰকৃত কমিউনিজমৰ পিনে গতি কৰিব, অপ্ৰতিৰোধ্য গতিৰে।

নদীৰ পাৰে পাৰে কলিতাই চাইকেল চলাই যায়। তৰাডুবি গাঁওখন সৰু টাউনখনৰ পৰা দহ মাইলমান দূৰৈত, ইলেক্‌ট্ৰিচিটি অহা নাই, বজাৰ-সমাৰ কৰিবলৈও বহু দূৰ যাব লাগে, নদীৰ ওপৰত বাঁহৰ সাঁকো এখনৰ বাদে গাড়ী-মটৰ পাৰ হ'ব পৰা দলং নাই, ৰাস্তা বুলিবলৈ নদীৰ কাষৰ ওখোৰা-মোখোৰা মথাউৰিটো, তথাপিও গাঁৱৰ মাজতো টাউনৰ চিনেমা থিয়েটাৰৰ প'ষ্টাৰ পৰিছে, বুঢ়া শিমলু জোপাৰ গাত বীৰোচিত ভংগীৰে থিয় দি থকা নায়ক-স্বল্পবসনা নায়িকাৰ ৰঙীন ছবি, তাৰ পিছত প্ৰতি জোপা গছতে বৰষুণত তিতি ৰ'দত শুকাই বিবৰ্ণ হৈ যোৱা শাৰী শাৰী তেনে প'ষ্টাৰ—হঠাৎ নদীৰ পিনৰ পৰা এজাক অচিন চৰাই উৰি আহে, ঔটেঙা গছজোপাৰ খোৰোঙৰ পৰা অদ্ভুত মাতেৰে ভাটো কেইটামানে চিঞৰি উঠে, কোমল কৰোঞ্চ ৰ'দ উঠি আহে মূৰৰ ওপৰলৈ। বুদ্ধ গোঁসাইৰ আলি কাষৰ ধানডৰা ভাল হৈছে, দুপৰীয়াৰ সেই মায়াময় ৰ'দত ধাননিৰ সেউজীয়া তৰংগ জিলিকি উঠে। কলিতাই দেখে, আকাশ কি ভয়ংকৰ সুন্দৰ নীলা, পৃথিৱী কি স্বপ্নময়!

চাইকেলৰ পৰা নামি কিছু সময় ধাননিৰ কাষত থিয় দি বৈ কিছু সময় কলিতাই চাৰিওপিনে চায়, ইমান দিনে যেন তেওঁ পৃথিৱীখন ভালকৈ চোৱাই নাছিল। সাঁকো পাৰ হৈ দুই-এজন মানুহ টাউনলৈ বুলি গৈছে, আলিৰ ওপৰত নোদোকা দামুৰী দুটাই দেও দি জপিয়াইছে, দূৰৈৰ পথাৰত কৰ্মৰত কৃষকৰ অস্পষ্ট প্ৰফাইল···তেতিয়া কলিতাই অনুভৱ কৰিলে তেওঁৰ ওচৰত কোনো নাই, এই সময়ত কোনো এজন তেওঁৰ ওচৰত থকাৰ প্ৰয়োজন আছিল, এনে স্নিগ্ধ প্ৰশান্তি আৰু আনন্দৰ দুটা এটা মুহূৰ্ত উপভোগ কৰাৰ বাবে কলিতাৰো এজন সংগীৰ প্ৰয়োজন। অৱশেষত কলিতাই থিৰ কৰিলে, দেউবৰীৰ ওচৰলৈকে যোৱা যাওক।

কলিতা দেউবৰীৰ ঘৰ পাওঁতে বেলি লহিয়ালেই। বাৰাণ্ডাত খুৰা ভঙা চকী এখনত তেওঁ কিবা চিন্তা কৰি বহি আছে। আন্দোলনৰ সময়ত মূৰত আঘাত পাইছিল তেওঁ এতিয়া প্ৰায় অন্ধ এজন বৃদ্ধ, সময় তেওঁৰ বাবে যেন স্থিৰ, কাণত পৰা দুই-এটা কথাৰ মাজেৰেহে দেউবৰীয়ে বাহিৰৰ পৃথিৱীখনৰ লগত যোগাযোগ ৰাখিব পাৰে।

গৰ্বাচেভ হাউচ এৰেষ্ট, হাৰ্ডলাইনাৰ সকলে দেশ চম্ভালি লৈছে: কলিতাই চকী এখন টানি দেউবৰীৰ ওচৰতে বহিল। দেউবৰীক পৰিৱৰ্তিত পৰিস্থিতিৰ কথা ক'লে বিতংকৈ। প্ৰায় দৃষ্টিহীন চকু দুটাৰে তেওঁৰ পিনে চালে দেউবৰীয়ে: কথাবোৰ সঁচা তেনেহ'লে ?

কোনবোৰ ?

ৰিফৰ্মৰ নামত সিহঁতে দেশখনত কেপিটেলিজম আনি সুমুৱাইছিলহি ' ইকনমি নিয়ন্ত্ৰণ কৰিবলৈ দিছিল আমেৰিকাক ?

এৰা, সঁচা কথা। ময়ো কথাবোৰ ফ'ল' কৰি আছো। ৰেডিঅ' মস্কো শুনি আছো ৰেগুলাৰ। বিপদজনক ঘটনা ঘটি আছিল। কোনোৰকমহে ৰক্ষা। আনকি কি ঘটিছে জানে ? নতুন নেতৃত্ব ক্ষমতালৈ অহাৰ লগে লগে য়েল্টছিনে মাৰ্কিন প্ৰেছিডেণ্ট আৰু বৃটিছ প্ৰাইম মিনিষ্টাৰৰ লগত ফোনেৰে যোগাযোগ কৰে। নতুন নেতৃত্বৰ বিৰুদ্ধে গণ প্ৰতিবাদৰ চেষ্টা চলায়।

ইমান দূৰ পাইছেগৈনে ? চি আই এৰ এজেণ্ট নেকি সিহঁত ?

অসম্ভৱ নহয় একো।

বহু দেৰিলৈকে দুয়ো পুৰণি বন্ধুৱে পাৰ্টিৰ কথা পাতে, পাতে কমিউনিজমৰ কথা, সেই চব গধুৰ জটিল তত্ত্ব, ইমানদিনে বহু বুজিলে তেওঁলোকে, কিছুমান

সুবুজাকৈও বৈ গ'ল। কিন্তু ডাছ্ কেপিটেল বা ডাইলেকটিক মেটেৰিয়েলি-জমৰ সেইবোৰ কণ্ঠস্থ, জটিল বাক্য নিচাৰ দৰে তেওঁলোকে আওৰাই যায়: সামাজিক সম্পদ আৰু কাৰ্যকৰী পুঁজিৰ বিপুল ভাণ্ডাৰ, পুঁজি সঞ্চয়ৰ শক্তি আৰু পৰিসৰ, সৰ্বহাৰা শ্ৰেণীৰ সৰ্বাধিক বৃদ্ধি আৰু শ্ৰমৰ উৎপাদনশীলতা, পুঞ্জীভূত উদ্ধৃত জনসংখ্যাৰ ভিতৰত আপেক্ষিকভাৱে বাঢ়ি যোৱা আৰু অৱশেষত চৰকাৰী দেউলীয়াপনা। সম্পদৰ সঞ্চয় একে সময়তে পুঞ্জীভূত দৈন্য।

উভতি আহোতে কলিতাৰ বাতি বহুতেই হ'ল। মনটো ভাল। আনকি পথাৰৰ মাজৰ ওখোৰা-মোখোৰা ৰাস্তাটোৰে আহি থাকোতেও কলিতাৰ মুখৰ পৰা সুহুৰি ওলাই গ'ল—তাহানিৰ সেই পাৰ্টিৰ গান।

কমত ঢাকি থোৱা ভাতকেইটা তেওঁ চুচি-মাজি খালে। টোপনি ধৰিছিল কিন্তু পুৰণি ট্ৰেনজিষ্টৰ ৰেডিঅ'টো উলিয়াই তেওঁ চেণ্টাৰ মিলোৱাত লাগিল—মস্কো, মস্কো লাগে তেওঁক। বেটেৰী কমিছে, তথাপি ভমককৈ বাৰে বাৰে ভয়ছ অব আমেৰিকাৰ পুৰুষালি কণ্ঠৰ উদাত্ত ঘোষণাহে ভাঁহি আহে: ছোভিয়েত ইউনিয়নত হাৰ্ডলাইনাৰৰ অভ্যুত্থানক বিশ্বব্যাপী নিন্দা। ভি-অ'-এ'ৰ মতে ক্ষমতাধাৰীয়ে সমৰ্থন পোৱা নাই, ৰুছ জনসাধাৰণ হেনো ৰাস্তাত নামি পৰিছে, প্ৰতিবাদে ক্ৰমশঃ তীব্ৰতৰ হৈছে, সামৰিক বাহিনীৰ প্ৰতিৰোধ ভাঙি গৈছে, ষ্টেলিনৰ মূৰ্তি জনতাই ভাঙি পেলাইছে, আনকি ভাঙি পেলোৱা হৈছে লেনিনৰ প্ৰতিমূৰ্তিও।

যত চব ৰেষ্টাৰ্ণ প্ৰপাগাণ্ডা: প্ৰচণ্ড ক্ষোভেৰে কলিতাই উচ্চাৰণ কৰে। ট্ৰেনজিষ্টৰৰ টিউনিং পকাই যায় তেওঁ আপ্ৰাণ। মস্কো ক'ত? মস্কো?

এটা সময়ত কেতিয়া টোপনি আহিল কলিতাই ক'ব নোৱাৰিলে। কেৰাচিন লেম্পটো জ্বলি ৰ'ল। সেই ম্ৰিয়মান পোহৰত দেখা যায় জীৰ্ন কলিতাক, ঘৰ্মাক্ত দেহ, গাত গেঞ্জি, দিনটো পিন্ধি থকা পায়জামা, এটা ভৰিত এপাট ক্ষয় যোৱা হাৱাই চেণ্ডেল। চুলি সৰিছে আৰু ৰূপালী ৰঙে বোলাই গৈছে ক্ৰমশ, চকুৰ গুৰিত কাউৰীৰ খোজ, ক্ষীণ হাতখন বিছনাৰ এফালে ওলমি পৰিছে। তেওঁৰ চাৰিওপিনে কেৰাচিন লেম্পৰ অস্পষ্ট পোহৰ মাথোঁ, বিছনাখন মলিয়ন, বিছনাৰ তলত পুৰণি বাতৰি কাকতৰ দ'ম, বেৰত এখন বিবৰ্ণ আয়না ওলমিছে, এযোৰ জৰাজীৰ্ণ চকী-টেবুল, টেবুলৰ ওপৰত বিক্ষিপ্ত দুখনমান পাৰ্টি মেগাজিন, মৰু-ডাঙৰ দুখনমান প্ৰাচীন কিতাপ, দি ষ্টেট এণ্ড দি ৰিভলুচন, কমিউনিষ্ট মেনিফেষ্ট', ডাছ্ কেপিটেল আৰু ডাইলেকটিক মেটেৰিয়েলিজম···

পুনৰ বেডিঅ'ত ভাহি আহে ছোভিয়েত ইউনিয়নৰ ব্যৰ্থ অভ্যুত্থানৰ খবৰ। জনতাই ভাঙি পেলাইছে লেনিনৰ বিশাল মূৰ্তি, মাৰ্ক্সৰ প্ৰতিমূৰ্তিৰ মুখত সানি দিয়া হৈছে বং, বাল্টিক ৰাজ্যবোৰৰ স্বাধীনতা স্বীকৃত হৈছে, পাৰ্টিৰ সদৰ কাৰ্যালয় বন্ধ কৰি দিয়া হৈছে মস্কোত। বেডিঅ'ত সদম্ভে ৱাশ্বিংটনৰ ভাষ্য ভাহি আহিছে : অৱশিষ্ট কট্টৰপন্থী আৰু তেওঁলোকৰ সমৰ্থকৰ বিৰুদ্ধে তৎকালে ব্যৱস্থা লোৱা হওক, গৰ্বাচেভৰ বিফৰ্ম কৰা হওক আৰু তীব্ৰতৰ। ভয়েছ অব আমেৰিকা, বি বি. চি, নতুন দিল্লী আনকি স্বয়ং বেডিঅ' মস্কোৰ পৰাও সেই শব্দ তৰংগ ভাহি আহে।

অলসভাৱে বিছনাত হেলান দি পৰি জীৱন কলিতাই সেই নিৰ্মম ঘোষণা-বোৰ শুনে।" এটা চাৰ্মিনাৰ জ্বলায়। বেডিঅ'টোৰ ভল্যুম ক্ৰমশঃ কমাই আনি লাহেকৈ বন্ধ কৰি দিয়ে। গা-পা ধুই বাৰাণ্ডাত কলিতাই পুৰণি সৰু আয়নাখনৰ সমুখত বৈ নিজৰ পিনে চায়—বয়সে পঞ্চাশ স্পৰ্শ কৰিছে, কিন্তু ক্ষীণ মুখখনত গভীৰ হৈ উঠা আঁক-বাঁকবোৰৰ বাবে তেওঁক বেছি বুঢ়া যেন দেখা গৈছে, চুলিও পকি গৈছে যথেষ্ট, চকুৰ গুৰিত কাউৰীৰ খোজ, গালত তিনিদিনৰ খুখুবোৱা ডাঢ়ি, শীৰ্ণ গ্ৰীৱা, ক্ষীণ বুকুৰ হাড এডাল এডালকৈ জিলিকি উঠিছে··· । ভিতৰলৈ আহি লৰালৰিকৈ পাঞ্জাবীটো পিন্ধি লয় কলিতাই, ভতিজা ল'ৰা এটাই নিশব্দে আহি ভাতৰ কাঁহীখন থৈ যায়– মানুহটোৰ সৈতে সিহঁতৰ কোনো যোগাযোগ, কৌতুহল বা ঔৎসুক্য জড়িত নাই। ঘৰৰ পিছ-ফালৰ সৰু কোঠা এটাত মানুহটো থাকে। ইয়াৰ বাহিৰে জীৱন কলিতাৰ কোনো অস্তিত্ব সিহঁতৰ বাবে নাই।

চকু-কাণ মুদি ভাতকেইটা খাই চাইকেলখন লৈ কলিতা ওলাই আহিল। ঘৰৰ পাণ দোকানৰ পিনে নগ'ল তেওঁ, নামঘৰটোৰ কাষেৰে ওলাই গৈ পথাৰৰ মাজেৰে আহি মথাউৰিত উঠিল। আজি তেওঁৰ কোনো গন্তব্য নাই। দেউৰীৰ ওচৰলৈ যাবলৈকো তেওঁৰ আৰু মন নগ'ল। টাউনৰ পাৰ্টিৰ অফিচলৈ যাবলৈকো তেওঁৰ ইচ্ছা নগ'ল। অফিচত পাৰ্টিৰ ডিষ্ট্ৰিক্ট চেক্ৰেটৰী অবিনাশ-বাবু বা মুনিন ভট্টাচাৰ্যহঁতক পোৱা যাব। অবিনাশ বাবু বা ভট্ট পাৰ্টিৰ বিদগ্ধ নেতা, অফিচত আলোচনা চলে বহু জটিল তত্ত্বকথাৰ, একুকত বহি তেওঁ নীৰৱে সেই আলোচনা মনোযোগেৰে শুনে। পিছে আজি সেই অফিচলৈ যাবলৈও কলিতাৰ মন নগ'ল। কলিতাই অনুমান কৰিব পাৰিলে এই পৰিস্থিতিৰ পৰা পৰিত্ৰাণৰ উপায় অবিনাশ বাবু বা ভট্টেয়ো দিব নোৱাৰিব।

বহু সময় বিশাল আকাশৰ তলত বৈ এটা সময়ত জীৱন কলিতাই অনুভৱ কৰিলে গভীৰ নিৰ্বেদেৰে তেওঁৰ মন ভৰি পৰিছে। চাৰিওপিনে এক বিষণ্ণ শূন্যতা। বুঢ়া আঁহত জোপা যেন দুখত দোঁ খাই পৰিছে, আনকি বতাহো বলা নাই। আজি ঔজোপাৰ খোৰোঙতো ভাটৌকেইটা নীৰৱ ··।

তাৰ পিছত বহুত সময় তেওঁ অৰ্থহীনভাৱে ঘূৰি ফুৰিলে। তৰাণিৰ মাজেৰে যোৱা ৰেল লাইনটোৰ কাষেৰে কলিতা গৈ থাকিল অনিৰ্দেশ্যভাৱে, ৰেল দলঙৰ ওপৰত ব'ল কিছু সময়, এটাৰ পিছত এটাকৈ চাৰ্মিনাৰ জ্বলালে। বেলি আকাশৰ পিয়লাৰে ক্ৰমশঃ নামি আহে। অলপ পিছতে আন্ধাৰ আগবাঢ়ি আহিব, মৃত গছ আৰু ৰাত্ৰিময় জলাভূমি ভাহি উঠিব আৰু তাৰ পৰা উঠি আহিব এটাৰ পিছত এটাকৈ আন্ধাৰৰ কবন্ধ মূৰ্তি···লাহে লাহে কলিতা উভতি আহে।

ভাত খাবৰ মন নগ'ল। বমিৰ দৰে কিবা এটাই পেটৰ ভিতৰৰ পৰা খুন্দি খুন্দি বাহিৰ ওলাই আহিব খুজিছে। ৰেডিঅ'টোৰ ভল্যুম খুব কমাই লৈ কলিতা বাৰাণ্ডাত বহিল কিছু সময়। বিভিন্ন চেন্টাৰৰ পৰা ছোভিয়েত ইউনিয়নৰ বিস্তৃত খবৰ ভাহি আহিছে: য়েল্টছিনে ঘোষণা কৰিছে, তৎকালীন-ভাৱে ৰুছ কমিউনিষ্ট পাৰ্টি অবৈধ ঘোষণা কৰি ডিক্ৰি স্বাক্ষৰিত হৈছে। ৰুছ পাৰ্লিয়ামেণ্টৰ সদস্যসকলক এই ঘোষণা বিপুলভাৱে অভিনন্দিত কৰে। গৰ্বাচেভে ঘোষণা কৰিছে, অভ্যুত্থানকাৰীইঁতক কেতিয়াও ক্ষমা কৰা নহ'ব ··।

ৰেডিঅ'টো অফ কৰিলে কলিতাই। সময় কিমান হ'ল? গাঁৱৰ ঘৰবোৰত লেম্প-চাকিবোৰ এটি এটিকে নুমাইছে। এতিয়াও টিমিক-টামাককৈ জ্বলি আছে এটি-দুটি পোহৰ। ইয়াৰ বাদে আন্ধাৰৰ ঢৌ সৰ্বত্ৰ। বহু ৰাতিলৈকে তেওঁ বহি ব'ল বাহিৰত। তাৰ পিছত এটা সময়ত কলিতা তেওঁৰ কোঠালৈ সোমাই গ'ল।

পিছদিনা পুৱা বিপিন টাউনৰ পৰা আহিল। হাতত সেইদিনাৰ বাতৰি কাকত। বিৰাট আখৰৰ হেড লাইন: ৰুছিয়াত কমিউনিষ্ট পাৰ্টি নিষিদ্ধ ঘোষণা, মস্কোত পাৰ্টিৰ বিৰুদ্ধে জনবিক্ষোভ, লাটাভিয়াৰ দেৱালত প'ষ্টাৰ পৰিছে: ৱাণ্টেড কাৰ্ল মাৰ্ক্স। আৰু ব্যৰ্থ অভ্যুত্থানকাৰী দুজন হাৰ্ডলাইনাৰে আত্মহত্যা কৰিছে।

হাঃ হাঃ হাঃ—ঘনৰ পাণ দোকানত বিপিনে এটা চিগাৰেট জ্বলালে। আজি কলিতা কমিউনিষ্টক দেখিছিলি নেকি অ' ঘন?

: ওহো, ঘৰৰ পৰা ওলোৱাই নাই নেকি ?

: ক'ত ওলাব। কমিউনিষ্টৰ চাউল খতম। হাঃ হাঃ হাঃ ৰুছিয়াত কি হৈছে শুনিছ ? এতিয়া ৰাতিপুৱা টাউনত টিভিত নিউজ চাই আহিলো। জৰ্জ বুখে গৰ্বাচেভক এতিয়া ৰুছিয়াত কি কি কৰিব লাগিব তাৰ এখন লিষ্ট দিছে, অমুকক তমুকটো চাৰ্জ দিয়া, কিউবালৈ সাহায্য বন্ধ কৰা, কে· জি· বি·ক নিয়ন্ত্ৰণ কৰা। হাঃ হাঃ হাঃ……

ঘন পাণ দোকানীয়ে এইবোৰ সিমান বুজি নাপায়। বাতৰি কাকতখন জাপি কাষলতিৰ তলত লৈ বিপিনে কমিউনিষ্ট জীৱন কলিতাক বিচাৰি গ'ল। ঘৰৰ পিছফালৰ ঠেক বাটটোৰে সোমাই দেখিলে কলিতাৰ ৰুমৰ দুৱাৰ ভিতৰৰ পৰা বন্ধ। দুৱাৰমুখত ৰাতিপুৱাৰ ভাত বাঢ়ি থোৱা আছে।

কি হ'ল খুৰা ? জ্বৰ উঠিল নেকি ? দুৱাৰত টুকুৰিয়াই বিপিনে চিঞৰিলে। বাতৰি কাগজখন মেলি সি উল্লাসেৰে চিঞৰি পঢ়িলে : ৰুছিয়াৰ খবৰ শুনক। ৱাণ্টেড কাৰ্ল মাৰ্ক্স লেনিনৰ প্ৰতিমূৰ্তি চুৰমাৰ, ৰুছিয়াৰ প্ৰতিৰক্ষা ব্যয় কমাবলৈ বুখৰ নিৰ্দেশ, কিউবালৈকো ৰুছ সাহায্য বন্ধ কৰা হ'ব, কমিউনিষ্ট পাৰ্টি অবৈধ ঘোষণা আৰু শুনক দুজন অভ্যুত্থানকাৰীয়ে···

দুৱাৰ নুখুলিল। দুই-এজন আন মানুহো গোট খালে। ঘূণপোকে খোৱা পঢ়া কাঠৰ দুৱাৰ, সামান্য খুন্দা এটা মাৰোতেই দুৱাৰখন খোল খালে। চিলিঙৰ বাঁহ এডালৰ পৰা কলিতাৰ নিষ্প্ৰাণ দেহ ওলমিছে, দুখন গামোচা গাঠি ডিঙিত ফাঁচটো লগাইছে। কলিতাৰ ক্লান্ত শীৰ্ণ হাত দুখন দুকাষে ওলমিছে, ঘৰ্মসিক্ত পায়জামাৰ গাঠিটো নামি আহিছে তলপেটলৈ। তেতিয়াও টিমিক ঢামাকৈ লেম্পটো জ্বলি আছে, টেবুলত প্ৰাচীন ডাচ কেপিটেলৰ পাত মেলা……

( সাদিন বিহু সংখ্যা '৯০ )

# ইন্দু হাজৰিকাৰ বাবে নাকান্দিবা

সৰু সৰু ল'ৰা-ছোৱালী সমেত এজাক মানুহে হৈ-চৈকৈ কিবা এটা খেদি লৈ গ'ল। অলস বাতিপুৱা হাতত একাপ ক'লা কফি আৰু বাতৰি-কাকত-কেইখন লৈ ইন্দু হাজৰিকাই আগফালৰ বাৰান্দাৰ আৰামী চকী এখনত বহি আছিল। তেওঁ ততকে ধৰিব নোৱাৰিলে সিহঁতনো কি খেদি লৈ গ'ল।

"কাঞ্চা।"

ভিডিৰ মলিয়ন গামোচাত হাত মচি-মচি কাঞ্চা আহিল,—"জী ছাব।"

"সেই মানুহবোৰে কি খেদি লৈ গৈছে চাই আহচোন।"

এইটো তিনিদিনৰ আগৰ ঘটনা। আগদিনাই পুৱা ল'ৰা-ছোৱালীকেইটালৈ মাকহঁতখনেৰে বিপাশা মাকৰ ঘৰলৈ গৈছিল, এসপ্তাহমানৰ কাৰণে। এম্বেছে-ডৰখন আছে, পূজাৰ বন্ধ আৰম্ভ হৈছে, গাড়ীৰ সিমান প্ৰয়োজন নাই, আৰু খুব বেছি দৰকাৰ হ'লে হাজৰিকাই নিজেই ড্ৰাইভ কৰিব পাৰে। ঘৰৰ সমস্ত দায়িত্ব পুৰণি ভৃত্য কাঞ্চাৰ ওপৰত। খিটিংকৈ লোহাৰ গেটখন খুলি কাঞ্চা উভতি আহিল।

"আচৰিত জানোৱাঁৰ ছাব।"

"কি আচৰিত?"

"একদম দীঘল দীঘল দাঁত আছে, নখও আছে সেই ৰকম, ৰাঙা ৰাঙা চকু, নোম আছে বিৰাট দীঘল।"

"মাৰিব পাৰিলেনে তাক মানুহবোৰে?"

"না-ছাৱ। নোৱাৰিলে। ভঁয় কৰিলে। এটা মানুহকতো আঁচুৰি একদম পলাই গ'ল জানোৱাঁৰটো।"

"ধাৎ, কি জানোৱাৰ এইটো?"

"কোনেও চিনি নাপালে ছাব। সি ৰাতি মজুমদাৰৰ ঘৰৰ চব মুৰ্গী মাৰি খাই দিলে। গৰালৰ ভিতৰত মুৰ্গীৰ পাখা হাঁড় তেজৰ মাজত জানোৱাৰটো শুই আছিল।"

হাজৰিকা অলপ শিয়ঁৰি উঠিছিল নে কি? তিনিদিনৰ আগৰ ঘটনা এইটো। তাৰ পাছত যোৱা তিনিটা ৰাতি হাজৰিকাই কেইবাবাৰো সপোনত জন্তুটো দেখিলে। দিনত হাতত নিৰ্জলা হুইস্কিৰ গিলাছ লৈ কেইবাবাৰো জন্তুটোৰ কথা ভাবিলে। কি জন্তু এইটো? শিয়াল নে জহামাল? এঃ।

তেনে হোৱা হ'লে কোনেও চিনি নাপালেহেঁতেন নে ? আচলতে অলস বন্ধৰ দিন, কৰিবলৈ বিশেষ একো নাই, সৰহভাগ বন্ধু-বান্ধৱেই পৰিয়াল লৈ দূৰ-দূৰণিত ছুটি কটাবলৈ গৈছে, বাংগালোৰৰ এইছ্. কে. এণ্ড কে. কনষ্ট্ৰাকশ্চনৰ জেনেৰেল মেনেজাৰ এইকেইদিনৰ যিকোনো সময়তে আহি পাবহি বোলা টেলিগ্ৰামখন নোপোৱাহেঁতেন হাজৰিকাও ঘৰতে এইদৰে বহি নাথাকিলহেঁতেন। হাজৰিকাই এঢোক হুইস্কি খায় আৰু ভাবে, ইমান নিৰ্মম, নৃশংস, কিম্ভূত-কিমাকাৰ কি জন্তু এইটো ?

এলকহলৰ আৱেশ, আলস্য, নিঃসংগতাই লাহে-লাহে হাজৰিকাক আচ্ছন্ন কৰি আনে। স্বপ্ন,—ঠিক স্বপ্ন নহয়,—জলছবিৰ দৰে চকুলৈ ভাঁহি আহে মৃত মৌন শাৰী-শাৰী দৃশ্য, স্মৃতি আৰু বিস্মৃতিৰে আবিষ্ট,—ঢংকৈ হৰিককায়ে স্কুল ছুটী হোৱাৰ ঘণ্টা মাৰিলে, বাৰ্স খুলি দিয়া পানীৰ দৰে স্কুলখনৰ পৰা জাকজাক ল'ৰা-ছোৱালী পাৰ ভাঙি ওলাই আহে, ইন্দু দৌৰি ওলাই আহে ; তাৰ বেগত ঘৰৰ পৰা বান্ধি দিয়া কেইটামান পকা কমলা,—কেইটামান নোদোকা মালভোগ কল ; ইয়াৰ গোন্ধত ইন্দুৰ পিছে-পিছে দৌৰি আহিছে গৰু, পেউ, কণহঁত , লগুৱাটোৰ হাতত কিতাপৰ বেগটো দি ইন্দুৱে এটা এটাকৈ কমলা, কল উলিয়াই গৰুহঁতক দেখুৱাই বাকলি গুচায়। অনন্ত আশাৰে সিহঁতে ইন্দুৰ পিনে চাই ৰৈ থাকে। আনকি ইন্দুৱে দলিয়াই দিয়া কমলাৰ বাকলিবোৰলৈও চাই ৰয় সিহঁতে। এইটোৱেই আনন্দ। ইন্দুৱে গৰুহঁতৰ সমুখতেই আটাইকেইটা কল-কমলা খায়, বাকীকেইটা পুনৰ বেগত ভৰায়। লগুৱাটোৱে গৰুহঁতক খেদি পঠায়,…ভাগ, যা ভাগ। চকু চলচলীয়া কৰি গৰুহঁত আঁতৰে। হাতত কমলা এটা লৈ দূৰৰ পৰা ইন্দুৱে সিহঁতক চিঞৰে,—"ঐ আহ,'কমলা দিম আহ-আহ।"

হাঃ হাঃ হাঃ—সেই তেতিয়াই তেওঁৰ কম ৰসবোধ নাছিলতো !—ইন্দু হাজৰিকাই ভাবে। তেওঁ আছিল অনাদি দাৰোগাৰ ল'ৰা। নিৰাপদ আৰু সুৰক্ষিত অৱস্থানৰ পৰা ইন্দুৱে জীৱন আৰু জগতৰ প্ৰতি ভ্ৰূকুটি প্ৰদৰ্শন কৰিছিল।

গিলাছত বাকী লোৱা হুইস্কিৰ কল-কল শব্দত তেওঁৰ মনত পৰে নিত্য, বুধিনহঁতৰ কথা। তেতিয়া দেশত অস্থিৰতা। বোমা ফুটিছে, হঠাৎ ৰাস্তাত গাড়ী-মটৰ জ্বলি গৈছে। ৰাস্তাত ৰাতিপুৱা পৰি ৰৈছে ৰক্তাক্ত মৃতদেহ। চহৰৰ পৰা ৰেলগাড়ীৰে গাঁৱৰ ঘৰলৈ আহিছে ইন্দু। ৰৰগুৰি ষ্টেচনত

খিৰিকিৰে তেওঁ দেখিলে তেওঁৰ কাষৰ ভবাটোত উঠিলহি নিত্য আৰু বুধিন। সন্ত্ৰস্ত হৈ সিহঁতে চাৰিওপিনে সভয়ে ইফালে সিফালে চাইছে। দীঘল ডাড়ি-চুলি কান্ধ পৰ্যন্ত ;– কিন্তু ইন্দুৱে ঠিকেই চিনিব পাৰিলে সিহঁতক। সশস্ত্ৰ সংগ্ৰামৰ কথা কয় সিহঁতে। গাঁৱলৈ বহুদিন যাব পৰা নাই। পলাই-পলাই, অনাই-বনাই ফুৰিছে অ'ত-ত'ত। সংগঠন ভাগি গৈছে, মূৰত বিছ-পঁচিছটা গোচৰ, নৰহত্যা-লুণ্ঠন, হত্যাৰ চেষ্টা আঃ!—ইন্দুৱে ঠিকেই চিনিব পাৰিছিল সিহঁতক। ইন্দু চহৰৰ কলেজলৈ যোৱাৰ আগেয়ে স্কুলত সিও পঢ়িছিল - তাৰ সৈতে। খুব বুদ্ধিমান মেধাবী ল'ৰা। মেট্ৰিক পাছ কৰি গ'ল ইন্দুতকৈ ভালকৈয়েই। তাৰ পাছত বহুদিন অসুখত ভুগি থকা দেউতাক ঢুকাল। নিত্যই আৰু পঢ়িব নোৱাৰিলে। মাটি গৈছিল বন্ধকত, মাকৰ হাতৰ-কাণৰ সকলো বেচোঁতে-বেচোঁতে শেষ হৈছিল ইতিমধ্যে। তাৰ পাছত বহুদিন নিত্য নোহোৱা হ'ল। মাথোঁ এদিন ইন্দু কলেজৰ বন্ধত চহৰৰ পৰা গাঁৱৰ ঘৰলৈ আহোঁতে ৰেলগাড়ীতে এজন চিনাকি মানুহৰ মুখত শুনা পালে মৰিগাঁৱৰ বিপ্ৰশৰ্মাৰ হত্যাকাণ্ডটোৰ সৈতে নিত্য আৰু বুধিন জড়িত আছিল। সিহঁতৰ হাতলৈ আহিছে গুলি-বাৰুদ-বোমা। পুলিচ-মিলিটেৰি সিহঁতৰ পিছত। ধৰা পৰিছে লগৰ বহু। লকআপত পুলিচৰ টৰ্চাৰত হাড় ভাগি গৈছে বহুতৰ। সংগঠন ভাগি গৈছে, কাৰো পৰা খে'লটাৰ পোৱা নাযায় ক'তো। তথাপি সিহঁতে পুলিচ ডিপাৰ্টমেণ্ট কঁপাই আছে। কঁপাই আছে প্ৰশাসন। ইন্দুৰ দেউতাক তেতিয়া ওপৰ খাপৰ পুলিচ বিষয়া। নিত্যহঁতে সমস্যা সৃষ্টি কৰিছে তেওঁৰ বাবেও। সিইদিনা ষ্টেচনটোত ৰেলগাড়ীখন কিছু সময় বেছিয়েই ৰৈছিল। কাৰণটো ইন্দুৱে বুজিলে অলপ পাছতে যেতিয়া মাটি ফুটি ওলোৱাৰ দৰে ওলাই এজাক পুলিচ-মিলিটেৰিয়ে ষ্টেচনটো আৰু ৰেলগাড়ীখন আগুৰি ধৰিলে। পুলিচ—মিলিটেৰিৰ গধুৰ বুটৰ শব্দই ৰেলৰ কম্পাৰ্টমেণ্টবোৰ পৰীক্ষা কৰি গ'ল। অপাৰ বিস্ময়েৰে ইন্দু হাজৰিকাই দেখিলে পুলিচ-মিলিটেৰিৰ দলে কাষৰ ভবাত নিত্য বুধিনহঁতক বিচাৰি চিনি উলিয়াব নোৱাৰিলে। ইতিমধ্যে সিহঁতক এৰি আহি পুলিচ-মিলিটেৰিৰ দলটো ইন্দু-হঁতৰ ভবাত উঠিছে। আনকি অফিচাৰ এজনে ইন্দুক 'ছাৰৰ ল'ৰা' বুলি চিনিও পালে : "কলেজৰ বন্ধত আহিছা ভাইটি ?" তেওঁক দুৱাৰৰ ওচৰলৈ আগবঢ়াবলৈ অহাৰ দৰে আহি ইন্দুৱে সৰুকৈ মাথোঁ ক'লে, "কাষৰ ভবাটোত আপুনি চিনাকি মানুহ উবি থৈ আহিছে।"

নিত্য-বুধিনইঁত ধৰা পৰিল সহজে ; —দুটা হাতবোমা আৰু এটা ৰিভল-ভাৰ সহ। এইবোৰ ঘটনা, এতিয়া কল্প কাহিনীৰ দৰে লাগে। এলকহলৰ আৱেশ আৰু তন্দ্ৰাৰ মাজত লাহে-লাহে ইন্দু হাজৰিকাই শুনা পায় বাথৰুমৰ টেপৰ পৰা টোপ-টোপকৈ পানী পৰিছে,—ক্লপ-ক্লপ-ক্লপ।

ৰাতি কিমান হ'ল। ফ্ৰিজটোৰ ওপৰত থকা ডিজিটেল ক্লকটোৰ সংখ্যা-বোৰ হাজৰিকাই থিৰিকিৰে ইমান আঁতৰৰ পৰা মনিব নোৱাৰিলে। উঠি যাবৰ বাবেও তেওঁৰ মন নগ'ল। হাজৰিকাই অনুভৱ কৰিলে খুব ভাগৰ লাগিছে তেওঁৰ। ক্ৰমশঃ নিঃশেষ হৈ গৈছে শৰীৰৰ সমস্ত শক্তি। অসহায় ভংগীৰে পৰি বৈ তেওঁ আন্ধাৰৰ মাজত থকা ঘড়িটোৰ সেউজীয়া সংখ্যাবোৰৰ নিঃশব্দ দ্ৰুত পৰিৱৰ্তন চাই ৰ'ল। বহু সময় তেনেকৈয়ে পৰি ৰয় ইন্দু হাজৰিকা. চকু মুদি তেওঁ টোপনিৰ অপেক্ষা কৰে।

মই নিজেওতো কম নিৰ্মম নৃশংস নহওঁ,—তীব্ৰ এপেগ সুৰা গলাধঃকৰণ কৰি হাজৰিকাই ভাবে। এই সমৃদ্ধি আৰু বৈভৱ, সাফল্য আৰু সন্মান, প্ৰতিষ্ঠা আৰু যশ কি এনেয়ে আহিছে? কিমান বছৰৰ কথা এইবোৰ? ৰঙানদীৰ সেই বান্ধটোৰ কথা? বা পলাশনিৰ সেই দলংখনৰ কথা? এইবোৰৰ কোনেও মনত নাৰাখিলেও হাজৰিকাইতো পাহৰাৰ কথা নহয়। কিন্তু ৰঙানদীৰ বান্ধটো যেতিয়া পানীয়ে ভাঙিছিল, তেতিয়া হাজৰিকা আৰু তাৰ পৰা দুশ মাইল দূৰৈত। শ-শ মানুহৰ সেই হাহাকাৰ, ক্ষোভ আৰু চিৎকাৰে তেওঁক স্পৰ্শ কৰিব পৰা নাছিলগৈ। সামান্য বিপদত পৰিছিল তেওঁ মাথোঁ সেই দলংখনৰ ঘটনাটোক লৈ। এইছ. কে. এণ্ড কে. কনষ্ট্ৰাকশ্যনক দিছিল তেওঁ কামটো বিশাল কমিছনৰ বিনিময়ত। দুৰ্ঘটনাটো হোৱাৰ লগে লগে হুলস্থুল আৰম্ভ হৈ গ'ল। বেছি হুলস্থুল কৰিলে বাতৰি-কাকতকেইখনমানে। বাতৰি-কাকতৰ এডিটৰকেইজনৰ বাবে কিছু টকা খৰচ কৰিবা লগা হ'ল ; মিনিষ্ট্ৰি লেভেলত অলপ বুজাপৰা কৰা হ'ল ; ইন্দু হাজৰিকা আঁচোৰ এটাও নোখোৱাকৈ সাৰি গ'ল, কিন্তু ইয়াৰ বাবে চিকাৰ হ'ল প্ৰেম দত্ত নামৰ নিৰীহ বিষয়া এজন। প্ৰথমে নিলম্বিত আৰু পাছত বৰখাস্ত হৈ দত্তই এতিয়া সৰু ষ্টেছনাৰি দোকান এখন খুলিছে। আনকি এদিন সুদক্ষ অভিনেতাৰ দৰে ইন্দু হাজৰিকাই দত্তৰ সেই দোকানত বৈ এটা ছিগাৰেট জ্বলাই দাৰ্শনিকৰ দৰে ক'লে, "এই পৃথিৱীত সততাৰ কোনো দাম নাই বুজিছে?"

এইবোৰোতো কম নৃশংসতা নহয়। কি বৰ্বৰ হিংস্ৰ জন্তুৰ দৰে হাজৰিকাই

এইদৰে সময়ে-সময়ে নিজৰ ৰূপ সলাই আহিছে ! বা কেতিয়াবা পলাই গৈছে সঠিক মুহূৰ্তত সফলতাৰে,—ঠিক সেই জন্তুটোৰ দৰে। নিজৰ এই ৰূপ হাজৰিকাৰ বাবে অতি অচিনাকি নে ?

তাৰ পাছত হাজৰিকাৰ মনত পৰে অলিৰ কথা। আঃ! যথেষ্ট গৰম পৰিছে। ক'ৰো পৰা অকণো বতাহ অহা নাই। তেওঁৰ কপালৰ ঘাম কাণৰ কাষেৰে বাগৰি আহিছে। হাজৰিকাই পিছফালৰ বাৰাণ্ডাৰ পৰা শোৱনি কোঠাৰ ভিতৰলৈ আহিবলৈ বিচাৰিলে। ভৰি দুটাই তেওঁৰ শৰীৰৰ ভাৰ ধৰি ৰাখিব পৰা নাই। চকীৰ পৰা নামি খোজ কাঢ়িব নজনা শিশুৰ দৰে বগুৱা বাই তেওঁ বাৰাণ্ডাৰ পৰা কোঠাৰ ভিতৰলৈ আহিল। খিৰিকিৰে আন্ধাৰ —ক্ৰমশঃ কোঠাৰ ভিতৰলৈ সোমাই আহিছে। উষ্ণ ঘন অন্ধকাৰ। আঃ! ফেনখনৰ ছুইচটো দিলে তেওঁ। সশব্দ বতাহ কোঠাটোত ছিটিকি পৰিল। ফট-ফটকৈ টিভিটোৰ ওপৰৰ মেগাজিনৰ পাতবোৰ উৰিল। আলনাত থকা বিপাশাৰ ব্লাউজ-ব্ৰেছিয়াৰ উৰিছে। হাজৰিকাই প্ৰকাণ্ড ড্ৰেছিং আয়নাখনৰ সমুখত কোনোৰকমে থিয় দি ঘৰ্মসিক্ত চোলাটো খুলিলে। ৰছীৰ গাঁঠিটো খোলাত পায়জামাটো মজিয়াত খহি পৰিল। তেওঁ শুনে—বতাহ ফালি-ফালি ফেনৰ পাংখাকেইখন সাৎসাৎকৈ ঘুৰিছে। ৰাস্তাৰে দুই-এখন গাড়ী পাৰ হৈ যায় ; দুৱাৰখিৰিকি—বাতায়নৰ কাঁচত প্ৰতিফলিত হেডলাইটৰ পোহৰ কোঠাৰ ভিতৰত সিঁচৰতি হৈ পৰে। তাৰ পাছত চাৰিওফালে সমাগত নিশাৰ অন্ধকাৰৰ ৰাশি-ৰাশি ঢৌ তেওঁৰ ওপৰত ভাগি পৰিল ; তেওঁৰ চাৰিওপিনে নিচ্ছিদ্ৰ নিশ্চেতন দেৱাল, সীমাহীন ক্লান্তিত তেওঁৰ চকু মুদ খাই আহে। অস্থিৰ খোজেৰে তেওঁ বিশাল বিছনাখনৰ পিনে যায় আৰু ধপকৈ তেওঁৰ শ্ৰান্ত শৰীৰ পেলাই দিয়ে।

তাৰ পাছত অনিবাৰ্যভাৱে,—যেন অৱধাৰিতই—সেইদৰে তাইৰ স্মৃতিয়ে আন্ধাৰৰ তৰংগৰ সৈতে মিহলি হৈ আহি তেওঁক স্পৰ্শ কৰি ৰ'লহি।

অলি ক'ত এতিয়া ? কিছুমান মুহূৰ্ত, অস্পষ্ট বিস্মৃতি আবৃত ছবিয়ে তেওঁৰ ওচৰত ভিৰ কৰিলেহি : তেওঁ অলিৰ সৈতে। নদীৰ সিপাৰত বেলি ডুবিবলৈ লৈছে। গছৰ পাতত সেউজীয়া সুগন্ধ। হঠাৎ একোজাক বতাহে বাৰে-বাৰে জোকাই গৈছে অলিক। ইন্দুৱে খুব সন্তৰ্পণে, প্ৰায় অস্ফুষ্ট মাতেৰে নদীৰ পিনে চাই উচ্চাৰণ কৰিলে, "মই তোমাক কথা এটা সুধিম বুলি কেইবাদিনৰ পৰা ভাবি আছোঁ। ... নাটকৰ প্ৰথম দৃশ্যটো শেষ হৈছিল মাথোঁ, গ্ৰিনৰুমৰ পৰা

অলিক সি লৈ আছিল বাহিৰলৈ। জোনাক ভৰা ৰাতি কলেজৰ পিছফালৰ বিশাল পথাৰখনৰ মাজত সিহঁত দুয়োটা বৈ থাকে, নীৰৱে। মই যাওঁ; মোৰ প্ৰম্‌পট, কৰিবলৈ আছে।"—অৱশেষত তাই কৈ উঠে। "নোৱাৰা যাব।"—সি কয় কিছু কঢ়ভাৱেই। তাইৰ চুলিত থামুচি ধৰি ইন্দুৱে তাইক কাষ চপাই আনে সজোৰে। উন্মাদৰ দৰে দুয়োৰে দুখন ওঁঠ নিস্পিষ্ট হৈ যায়, উশাহ হৈ যায় এক, আনকি এক হৈ যায় দুই জীৱন, তাৰ উন্মত্ত হাতে অলিক স্পৰ্শ কৰে সম্পূৰ্ণভাৱে, তাৰ পাছত এক ভয়ংকৰ শৰীৰী খেলাত দুয়ো মত্ত হৈ পৰে—।

সেই দৃশ্য কাটি গ'ল।

দেখা গ'ল এটা দুপৰীয়া আলিয়ে ইন্দুৰ কোঠাৰ দুৱাৰত টুকুৰিয়ালেহি। এমাহ হৈ গৈছে প্ৰাইমেৰী স্কুলৰ শিক্ষক তাইৰ দেউতাক ঢুকাইছে। এক্সিডেণ্টত। ঘৰৰ অভিভাৱক এতিয়া তায়েই। চাকৰিৰ বাবে ঘূৰিছে অফিচৰ দুৱাৰে-দুৱাৰে। খীণাইছে তাই সামান্য। গাল দুখন ৰ'দে পুৰিছে। কপালত বিন্দু-বিন্দু ঘাম, দুৱাৰ খুলি সি মাথোঁ তাই উচ্চাৰণ কৰা শুনা পালে, "মই এটা চাকৰি পাইছোঁ, টেম্পৰেৰি প'ষ্ট। কিন্তু খবৰটো প্ৰথমে তোমাক দিবলৈ আহিলো।'

তাৰ পাছত?

মানসিক আৰু শাৰীৰিকভাৱে ইন্দু হাজৰিকা অলিৰ পৰা এদিন বহু দূৰ আঁতৰি আছিল। হঠাৎ এদিন তেওঁ বুজি উঠিল—অলিতকৈও গুৰুত্বপূৰ্ণ কোনোবা এগৰাকীকহে তেওঁৰ প্ৰয়োজন। দ্ৰুত তৎপৰতাৰে সেই অচিনাকি জন্তুটোৰ দৰে তেওঁ পলাই গ'ল নিৰাপদ দূৰত্বলৈ।

ইন্দু হাজৰিকাই এদিন বিয়া কৰালে তেওঁৰ তেতিয়াৰ বছ এক্সিকিউটিভ ইঞ্জিনিয়াৰজনৰ একমাত্ৰ কন্যা বিপাশাক। বিপাশাই তেওঁৰ আজিৰ এই উত্তৰণতো যথেষ্ট সহায় কৰিলে—বিশাল ঐশ্বৰ্য, অন্য এক ষ্টেণ্ডাৰ্ড আৰু এক প্ৰশস্ত কেৰিয়াৰ ইন্দু হাজৰিকাৰ হাতত দি।

কিমান সময় এতিয়া? হাজৰিকাই মন কৰিলে দূৰৈৰ পৰা ভাঁহি অহা লাউডস্পিকাৰৰ গান এতিয়া আৰু নুশুনা হৈছে। নৱমী পূজাৰ কোলাহলো লুপ্তপ্ৰায়। খিৰিকিৰ পৰ্দাৰ ফাঁকেৰে ৰাস্তাত এচমকা পোহৰ দেখা যায়,—পুৱাৰ প্ৰথম পোহৰ বুলিয়েই ভুল হ'ব পাৰে; কিন্তু হাজৰিকাই জানে—ৰাস্তাৰ নিয়ন লাইটৰ পোহৰহে সেয়া। কোঠাটোৰ ভিতৰত নিথৰ আন্ধাৰ। হাজৰিকাই হাতখন দাঙি চায়। আঃ! একো দেখা নাযায়। হাজৰিকাই খেপিয়াই চায়

নিজৰ শৰীৰ। আঃ! যেন একো নাই, ক'তো একো নাই, যেন শূন্যতা নৈশব্দ আৰু অনন্ত আন্ধাৰ মাথোঁ। অস্তিত্ব আৰু অস্তিত্বহীনতাৰ এক দোমোজাত লাহে-লাহে ইন্দু হাজৰিকা এক স্বপ্নহীন নিদ্ৰাত ঢলি পৰে।

দুৱাৰত সজোৰ আঘাত। হাজৰিকাই পুৱা সাৰ পাই উঠিল। পুৱা মানে দেৱালঘড়িটোলৈ চাই হাজৰিকাই দেখিলে দহ বাজিবৰ হৈছে। ঢাক-ঢাককৈ কাঞ্চাই দুৱাৰত খুন্দিয়াই আছে। ছাঁব-ছাঁব-ছাঁব—। বিছনাত বহি হাজৰিকাই এঙামুৰি দিলে। পুৱা উঠোঁতে তেওঁ ছয় বজাতকৈ দেৰি নকৰে। ডাক্তৰৰ পৰামৰ্শ মতে কেইটামান সামান্য এক্সাৰছাইজ কৰিব লাগে। আজিৰ দৰে দহ বজাটো খুবেই অস্বাভাৱিক। হাজৰিকা থিয় হ'ল। ওচৰত কৰবাত পূজাৰ ঢোল আৰু কাঁহ বাজিছে অবিৰাম। এজাক ল'ৰা-ছোৱালীৰ কিৰিলি বৈ-বৈ ভাঁহি আহিছে। পুৱাৰ কবোঞ্চ ৰ'দ বাতায়নেৰে আহি মজিয়াত পৰিছে। সেই ৰ'দ গচকি হাজৰিকা দুৱাৰখনৰ পিনে যায়। দুৱাৰৰ হুকটো খুলিবলৈ লৈ তেওঁ উভতি চাই কোঠোটোলৈ। তেওঁ দেখে শোৱনি কোঠাত তেওঁৰ সুন্দৰী পত্নী বিপাশা আৰু খুব পৰিকল্পিতভাৱে জন্ম দিয়া ল'ৰা-ছোৱালী দুটাৰ অদৃশ্য অস্তিত্ব। কোঠাত তেওঁৰ সমস্ত জীৱনত অমানৱীয়ভাৱে. চপাই অনা সাফল্যৰ ক্ষুদ্ৰ একাংশ ফ্ৰিজ, ৰঙীন টেলিভিশ্যান, বিৰাট বিদেশী ষ্টেৰিঅ', মজিয়া ঢাকি ৰখা কাৰুকাৰ্যময় কাৰ্পেট এচুকত থকা তীখাৰ পাতল সেউজীয়া আলমাৰিটোৰ ভিতৰত কি আছে মাথোঁ বিপাশা আৰু তেওঁহে জানে। এই ঋদ্ধিৰ মাজত কিমান সময় থিয় দি থাকিল হাজৰিকাই ক'ব নোৱাৰিলে। কিন্তু এটা সময়ত কোঠোটোৰ আনটো মূৰত প্ৰকাণ্ড বেলজিয়াম আয়নাখনত হাজৰিকাই দেখা পালে নিজকে।

সম্পূৰ্ণ উলংগ, মূৰৰ চুলি আলুলায়িত, গালত তিনিদিনমানৰ খুখুৰোৱা ডাঢ়ি, চকুত ৰাতিৰ নিদ্ৰা আৰু মদ্যপানৰ চাপ, বুকুত ঘন ক'লা নোম, ৰোমশ হাত-ভৰি, এলকহলিক পেটটো ওলমি পৰিছে আৰু তলপেটৰ সঘন যৌনকেশৰ মাজৰ পৰা বুভুক্ষু পশুৰ দৰে পুৰুষাংগ ওলমি পৰিছে। ইয়া ইন্দু, ইন্দু হাজৰিকা। হাজৰিকাই দুৱাৰৰ হুকটো খুলিলে; সমুখত কাঞ্চা; সি দুখোজ পিছুৱাই গ'ল; তাৰ মুখখন প্ৰচণ্ড আতংকত মেল খাই গ'ল। বিস্ময়াভিভূত কাঞ্চাক অগ্ৰাহ্য কৰি হাজৰিকা আগবাঢ়ি গ'ল; পিছফালৰ পৰা কাঞ্চাৰ সভয় কণ্ঠ ভাঁহি আহিল,—"বাহিৰত মানুহ আঁহিছে ছাঁব।"

হাজৰিকাই টেবুলৰ পৰা ছিগাৰেটৰ পেকেট এটা লয়। লাইটাৰটোৰে এটা

ছিগাৰেটত অগ্নি সংযোগ কৰে। থিৰিকিৰ আইনা আৰু পৰ্দাৰ ফাঁকেৰে ক্ৰমশঃ তীব্ৰ হৈ অহা ৰ'দৰ এডাল-দুডাল ৰেখা আহি তেওঁৰ নগ্ন শৰীৰত পৰিছেহি। ওচৰৰ ক'ৰবাত ঢোল আৰু কাঁহ বাজিছে অবিৰত। লাউডস্পিকাৰৰ দূৰ্নত বাজিছে হিন্দীগান। এজাক ল'ৰা-ছোৱালীৰ কিৰিলি বৈ-বৈ ভাঁহি আহিছে। হাজৰিকাৰ মনত পৰিল আজি দশমী। ওঁঠত ধূমায়িত ছিগাৰেট লৈ হাজৰিকাই বহা কোঠাৰ পৰ্দাখন দাঙিলে। হেল'—

বিৰাট সুকোমল ছোফাত মানুহজন বহি আছে। এইছ কে. এণ্ড কে কনষ্ট্ৰাকশ্যনৰ দস্তিদাৰ। তেওঁ আহিছে হাজৰিকাৰ অসীম প্ৰাচুৰ্যত আৰু কিবা এটা যোগ দিবলৈ। হাজৰিকাৰ মাত শুনি তেওঁ দুৱাৰৰ পিনে চালে। এক নিৰ্বাক মুহূৰ্ত তেওঁৰ চকু হাজৰিকাৰ সম্পূৰ্ণ উলংগ শৰীৰৰ ওপৰত স্থিৰ হৈ ৰ'ল। তাৰ পাছত বিব্ৰতভাৱে তেওঁ বহাৰ পৰা থিয় হ'ল। আকস্মিক আতংকত তেওঁৰ মুখ বিকৃত হৈ পৰে।—"আয়াম ছৰি।"—তেওঁ ক'লে হাজৰিকাৰ পিনে নোচোৱাকৈ। "আয়াম ছৰি।" তেওঁ আকৌ ক'লে আৰু বাহিৰ ওলাবলৈ প্ৰায় দৌৰি যোৱাদি দুৱাৰৰ পিনে গ'ল।

"ন' প্ৰব্লেম।" হাজৰিকাই নিস্পৃহভাৱে ক'লে, "লেট আছ টক এবাউট দ্য ডিল।"

এইছ. কে. এণ্ড কে. কনষ্ট্ৰাকশ্যনৰ মানুহজনে পলায়নপৰ খোজেৰে গৈ গে'টখন খুলিছে। বাৰাণ্ডাত থিয় দি হাজৰিকাই সন্ত্ৰস্ত মানুহজনলৈ চালে। গে'টত বৈ থকা গাড়ীখনত তেওঁ ল'ৰালৰিকৈ উঠিছে। ড্ৰাইভাৰক চলাবলৈ নিৰ্দেশ দিয়াৰ আগেয়ে তেওঁ আকৌ এবাৰ অবিশ্বাসেৰে হাজৰিকাৰ পিনে চালে।

ছিগাৰেটটোত শেষ হোঁপাটো মাৰি ইন্দু হাজৰিকা বাৰান্দাৰ পৰা নামি আহিল। গাড়ীখন পাৰ হৈ গৈছে, গে'টৰ ওচৰত সামান্য ধূলি উৰিছে, ৰ'দ বাঢ়ি আহিছে আৰু তেওঁৰ নগ্ন প্ৰাচীন শৰীৰেৰে ঘামৰ এডাল-দুডাল শীৰ্ণ ৰেখা বৈ আহিছে।

এই পৰ্যন্ত হাজৰিকাক কোনেও লক্ষ্য কৰা নাছিল; কিন্তু গে'টখন খুলি ৰাস্তাত নমাৰ লগে-লগে দশমী পূজাৰ জনস্ৰোতৰ মাজত তেওঁ পৰি গ'ল।

"পাগল—" এটা সৰু ল'ৰাই তেওঁৰ পিনে আঙুলিয়াই চিঞৰিলে। তাৰ পাছত সমস্বৰে বহুতে চিঞৰি উঠিল'—"পাগল, পাগল।" কোনোবাই মাৰি পঠোৱা এটা শিলগুটি আহি তেওঁৰ গাত পৰিল। তাৰ পাছত আৰু এটা।

পিছ ফালৰ পৰা ঘৰৰ পিনৰ পৰা হাজৰিকাই কাবাবাৰ,—হয়তো কাক্কাৰ আৰ্তি শুনে,—"ছাব, ছাব-ছাব!"

এইবোৰৰ পৰা আঁতৰিবলৈ হাজৰিকাই ৰাস্তাৰে গৈ থাকে। হাতত বেলুন লোৱা দুটা শিশুৱে তেওঁৰপিনে চাই কিৰিলি পাৰি উঠিল। এগৰাকী ভদ্ৰ-মহিলাই হঠাৎ তেওঁক দেখি আতংকৰ মুখেৰে অস্ফুট শব্দ কৰিলে। দুজনী ছোৱালীয়ে ভয়াৰ্ত ভংগীৰে ৰাস্তাৰ সিটো পাৰলৈ দৌৰি গ'ল। ছেলুন এখনৰ সমুখত আড্ডা জমাই থকা ল'ৰাকেইটামানে তেওঁক দেখি অট্টহাস্য কৰি উঠিল, - "হাঃ হাঃ হাঃ হাঃ—"

উভতি চাই হাজৰিকাই দেখিলে এজাক সৰু সৰু ল'ৰা-ছোৱালী সমেত এজাক মানুহে ধৰ-মাৰকৈ তেওঁক খেদি আহিছে। মানুহবোৰৰ হাতত লাঠী-জোং, কাৰোবাৰ হাতত শিলগুটি। হাজৰিকাই গম পাইছে তেওঁ দৌৰিছে উৰ্দ্ধশ্বাসে। তেওঁৰ গাত শিলগুটি পৰিছে। চাৰিওপিনে পূজাৰ মেলা। কেইটামান বল দলিয়াই এটা মানুহে খেলা দেখুৱাই আছিল ;—হুলস্থুলটো দেখি সি এক মুহূৰ্ত ৰ'ল। কেইটামান মানুহে তীক্ষ্ণ স্বৰে চিঞৰি সিহঁতৰ পোহাবৰ পৰা বস্তু বিক্ৰি কৰাৰ চেষ্টা কৰিছে। জৰ্জৰ লাউডস্পিকাৰত জনপ্ৰিয় গান বাজিছে। অদূৰত বিৰাট নাগৰ-দোলাখনত বহু মানুহ উঠিছে। আৰু এই সকলোবোৰ তল পেলাই ক'ৰবাত বাজি আছে দশমীৰ বিসৰ্জন উৎসৱৰ বাদ্য-সংগীত ; ঢোল আৰু কাঁহ-ঢাং-ঢাং-ঢাং—।

হাজৰিকা আনপিনে দৌৰি থাকে। হৈ-হৈ কৈ মানুহবোৰে খেদি আহিছে। তেওঁৰ পিঠিত শিলগুটি পৰিছে। মূৰত শিলগুটি পৰিছে। তেওঁ গম পাইছে কপালৰ কাষেৰে কলকলাই তেজ বৈ আহিছে। তেওঁ ভাবে খেদি অহা মানুহ-বোৰক তেওঁ ফেপেৰি পাতি ধৰিব নেকি? তেওঁৰ কেইবাদিনো নকটা নখ দীঘল হৈ আছে। তেওঁৰ আছে তীক্ষ্ণ দাঁত। তেওঁ মানুহবোৰক ওলোটাই আক্ৰমণ কৰিব নেকি? কিন্তু ইমানখিনি ভাবিবলৈ হাজৰিকাই সময়েই নাপালে। কাৰোবাৰ লাঠীৰ কোব এটা তেওঁৰ মূৰত পৰিল। লগে-লগে আৰু এটা কোব। এহাতেৰে মূৰটো হেঁচা মাৰি ধৰি হাজৰিকাই দৌৰিবলৈ খুজিলে। ইতিমধ্যে আৰু এজাউৰি শিলগুটি আহি তেওঁৰ গাত পৰিলহি। তেওঁৰ শৰীৰ অৱশ হৈ আহে। সমগ্ৰ শৰীৰত এক অদ্ভুত যন্ত্ৰণা। তেওঁৰ ভৰি দুটাই আৰু শৰীৰৰ ভাৰ ধৰি ৰাখিব নোৱাৰে। তেওঁ মাটিত থহি পৰে। মানুহবোৰে তেওঁক আগুৰি ধৰে। লাঠী-মাৰ-গোৰ শৰীৰত পৰা তেওঁ গম পায়।

পৃথিৱীৰ প্ৰাচীন মাটি খামুচি ইন্দু হাজৰিকা পৰি বয়। তেওঁৰ জিভাত নিজৰ তেজৰ লৱণাক্তস্বাদ আহি লাগেহি। তেওঁৰ শৰীৰ কঁপি-কঁপি উঠে বিৰামহীন আক্ৰমণত। আত্ম নিপীড়নৰ অনিৰ্বচনীয় আনন্দই তেওঁক আবিষ্ট কৰি আনে ক্ৰমশঃ। চাৰিওপিনে অস্পষ্ট পোহৰ—অস্পষ্ট আন্ধাৰ—তাৰ মাজতে তেওঁ দেখে চাৰিওপিনে ৰঙা-নীলা সেউজীয়া বেলুন উঠিছে। ফটফটকৈ বতাহত উৰিছে ৰঙীন কাগজৰ মালা। দূৰৰ আকাশত কেইটামান গেছ বেলুন নাচি-নাচি উৰি গৈছে। বিৰাট নাগৰদোলাখন ঘূৰিছে। চাৰিওপিনে মেলাৰ শ-শ মানুহৰ চিঞৰ। তেওঁক আগুচি থকা মানুহবোৰৰ ভৰিৰ ফাঁকেৰে তেওঁ দেখিছে খাৰু-মণি-পুতলা-ফণিৰ এখন পোহাৰ; তাত কেইখনমান বিভিন্ন আকৃতিৰ আয়না। হাজৰিকাই সেই আয়নাবোৰত নিজস্ব প্ৰতিবিম্ব দেখে। ক্ষুদ্ৰ খণ্ডিত প্ৰতিবিম্ব। তেওঁ দেখে তেওঁৰ দেহৰ নোমবোৰ লাহে-লাহে দীঘল হৈ আহিছে। হাত-ভৰিৰ নখ ক্ৰমশঃ বাঢ়ি আহিছে। কাণ দুখন দীঘল হৈ পৰিছে। চকু ৰক্তাক্ত।—আৰু সেই অচিনাকি জন্তুটোৰ দৰে তেওঁৰ কোৰাবি ফালি ওলাই আহিছে দুটা তীক্ষ্ণ দাঁত।

(প্ৰান্তিক পূজা সংখ্যা '৯১)

# পৰমা আৰু এজাক নিগনি

"মানুহক লাগে কি ?"

"টকা-টকা টকা-টকা-টকা......" পৰমাৰ বিশ্বস্ত ভাটৌটোৱে টেং-টেঙীয়া মাতটোৰে চিঞৰি উঠে।

"কিন্তু এই টকা নষ্ট হয় কেনেকৈ ? এই টকা হেৰাই যায় কেনেকৈ ? ভাৰতত লাখ-কোটি টকাৰ খাদ্য-শস্য কোনে ধ্বংস কৰিছে ? কোনে আপোনাৰ ল'ৰা-ছোৱালীৰ মুখৰপৰা ৰুটি-বিস্কুট কাঢ়ি নিছে ? কোনে আপোনালৈ বাঢ়ি থোৱা ভাত খাই নষ্ট কৰিছে ? আপোনাৰ অতি দৰকাৰী চিঠি পত্ৰ, কিতাপ-কাগজ কাটি-কুটি চিৰাচিৰ কৰিছে ? কোনে আপোনাৰ নতুন মূল্যবান কাপোৰ কানি কুটি মাছমৰা জালৰ দৰে কৰি পেলাইছে ? কোনে ? ইয়াৰ বাবে দায়ী কোন ?"

"নিগনি-নিগনি-নিগনি-নিগনি..." বুঢ়া ভাটৌটোৱে সাধ্যানুসাৰে চিঞৰি উঠে।

"ঠিক কথা—" নাটকীয় ভংগীৰে পৰমাই শলাগে। "বাইজ, আজি আপোনাৰ ঘৰৰ ভিতৰত নিগনি, ঘৰৰ বাহিৰত নিগনি ; চাউলৰ টিং খুলিছে,—চাউলৰ সলনি ওলাই আহিছে নিগনি, ভগৱানলৈ প্ৰসাদ আগবঢ়াইছে, খাইছে নিগনিয়ে; আপোনাৰ বিছনাৰ তলত নিগনি, জোতাৰ ভিতৰত নিগনি আনকি আপোনাৰ পত্নীৰ ভেনিটি বেগৰ ভিতৰতো নিগনি...।" এইখিনিতে পৰমাৰ মাতটো উচ্চগ্ৰামলৈ যায় আৰু আপুনি কৰিছে কি ? পঞ্চাছ-ষাঠি টকা দি বজাৰৰ পৰা ফান্দ কিনি আনিছে, ফান্দত নিগনি পৰা নাই,—পৰিছে আপোনাৰ ল'ৰা-ছোৱালীৰ হাত। হাতত টাঙোন লৈ নিগনি খেদি ফুৰিছে, টাঙোনৰ মাৰ পৰিছে আপোনাৰ ভৰিত। ভাল জাতৰ মেকুৰী আনি পুহিছে, নিগনিৰ উৎপাতত মেকুৰীয়েই পলাই ফুৰিছে। আৰু আপোনাৰ অৱস্থা হৈছেগৈ কি ? আপোনাৰ গৃহিণীয়ে আপোনাক লাজ দিছে, গালি পাৰিছে। বহুতো লাঞ্ছনা-গঞ্জনা সহিব লগা হৈছে আপুনি। আপুনি কৰিব কি ? মূৰে কপালে হাত দি বহি থাকিবনে ?" বিচিত্ৰ এক ভংগীৰে পৰমাই প্ৰশ্নটো চাৰিওপিনে এৰি দিয়ে। তাৰ পাছত মাতটো কোমলাই আনে, "নাই—নাই ভগৱানে সকলো সমস্যাৰ এটা সমাধানো দিছে। কিন্তু মাত্ৰ এটা উপায়েই এতিয়া আপোনা-লোকৰ হাতত আছে—" হঠাৎ উচ্চস্বৰে পৰমাই ঘোষণা কৰে,—এই সিংহ

মার্কা নিগনি চিকা-এন্দুৰনাশক দৰৱ ব্যৱহাৰ কৰক। ভুল নকৰিব বাইজ. ভালদৰে চাই লওক, ঠগ নাখাব, মনত ৰাখক সিংহ মার্কা নিগনি নাশক। মাত্র এনেকুৱা এটা পেকেটেই মাৰিব পাৰে চল্লিছটাতকৈও অধিক নিগনি-এন্দুৰ।" দুহাতেৰে দুমুঠি পেকেটহৈ পৰমাই ওপৰলৈ ডাঙি ধৰে, যেন দুমুঠি ঐশ্বৰ্য,—"আৰু দাম? কামৰ তুলনাত দামেই নাই। প্ৰতি পেকেটত মাত্ৰ এটকা-এটকা-এটকা-এটকা..."

বিশ্বস্ত ভংগীৰে বুঢ়া ভাটৌটোৱেও চিঞৰি উঠে—"টকা-টকা-টকা টকা-টকা......"

লাহে লাহে চাৰিও কাষৰ মানুহবোৰ গুচি যায়। ফুৰ্তিটো সিহঁতৰ বাবে একঘেয়ে হৈ গৈছে। ভাটৌটোৰ মাতত সিহঁত আৰু চমৎকৃত হৈ নুঠে। খুব বুৰ্বক আৰু নিৰ্বোধ এই মানুহবোৰেও বুজি গৈছে, ভাটৌটোৱে মাত্ৰ দুটা শব্দহে কব পাৰে আৰু পৰমাৰ মূল উদ্দেশ্য নিগনিনাশক দৰৱৰ পেকেটবোৰ বিক্ৰি কৰা। সেয়ে মানুহৰ বৃত্তটো লাহে লাহে ভাগি যায়। পৰমাৰ হাতৰ পেকেটবোৰৰ এটাও বিক্ৰি নাই। পলায়নপৰ মানুহবোৰৰ পিনে ক্লীৱ খঙেৰে সি চাই ৰয়। সিহঁত আঁতৰি গৈছে, যেন খুব ব্যস্ত, যেন হঠাৎ অতি জৰুৰী কিবা এটা কামৰ কথা মনত পৰি গ'ল, যেন সিহঁত কোনেও আজিলৈকে কতো এটাও নিগনি দেখা নাই।

চাৰিওপিনে চালে পৰমাই। কিছু দূৰত নিৰাপদ দূৰত্বত দুজনমান গাঁৱৰ লোয়া মানুহ মাথোঁ ৰৈ আছে। উলংগ অৰ্ধ-উলংগ কেইটামান ল'ৰা-ছোৱালী-য়েহে পৰমাৰ ওচৰত ৰৈ ৰং চাই আছে। মানুহবোৰকনো দোষ দি লাভ কি? পৰমাই ভাবিলে, কিমাননো আৰু সিহঁতে একেটা খেলকে চাব, পৰমাৰ একেটা বক্তৃতাকে শুনিব? পৰমাই জানে, এবাৰ তাৰ চিনি পোৱা, বা এবাৰ তাৰ এই ব্যৱসায় কৌশলটো জনা মানুহ দ্বিতীয়বাৰ তাৰ ওচৰ নাচাপে। সেয়ে সি প্ৰাণপনে চেষ্টা কৰে প্ৰথমবাৰতেই মানুহখিনিক ঠগি দিয়াৰ। নাঃ,—সিতো ঠিক ঠগাৰ চেষ্টা নকৰে। এই সিংহ মাৰ্কা পেকেটটোৰ ভিতৰত থকা এইখিনি বগা পাউডাৰ,—সঁচাকৈয়ে মাৰাত্মক বিষ,—এইখিনি মানুহৰ বিভিন্ন কামত আহিব পাৰে, তাতোকৈ ডাঙৰ কথা পৰমাই নিজেওতো প্ৰতিটো পেকেট আঠ অনাকৈ কিনিব লগা হৈছে!

গ্ৰাহকবোৰ এনেকৈ নিৰ্বিকাৰ মুখেৰে আঁতৰি যোৱাৰ কাৰণ কি? প্ৰথমে, সি যেতিয়া এই ব্যৱসায়টো আৰম্ভ কৰিছিল, তেতিয়া সিটো বেছ সফলেই

আছিল। এদিনতো তাৰ ত্ৰিছটামান পেকেট বিক্ৰি হৈ গৈছিল! হঠাৎ মানুহবোৰে আৰু নিগনিবোৰে পৰমাক, এই নিমাখিত মানুহটোক এনেদৰে বিশ্বাসঘাতকতা কৰাৰ কাৰণ কি? পৃথিৱীত নিগনি কমি গৈছে নে কি? সিহঁতেতো বুজিব লাগে যে এই দৰবৰ পেকেটকেইটাৰ ওপৰতেই পৰমা বৰ্ত্তি থাকিব লাগে। তাৰ সৈ। হাতথন ৰুগ্ন, অকামিলা। ল'ৰা-সন্তান এটা বিচাৰি সি পাঁচজনীকৈ ছোৱালী জন্ম দিয়াইছে। আৰু ছিছিফাছৰ দৰে হতাশ নহৈ ৰুগীয়া ঘৈণীয়েকক আকৌ এবাৰ গৰ্ভৱতী কৰিছে। ল'ৰা সন্তান এটা বিচাৰি সি কিমানৰ কথা মতে কিমান কি খুৱাইছে তাৰ ঘৈণীয়েকক, কিমান মন্দিৰৰ কিমান বিগ্ৰহৰ ওচৰত মূৰ দোঁৱাইছেগৈ। প্ৰতি বৃহস্পতিবাৰে ঘৈণীয়েকে লঘোণ দিছে, নদীৰ পাৰৰ শিৱমন্দিৰটোত তিনিটা বেলপাত দিছে প্ৰতি মঙ্গলবাৰে।

ৰাতিপুৱাই যিহকে পাই তাকে নাকে-মুখে গুজি পৰমা ঘৰৰ পৰা ওলাই আহে। ৰেল আলিটোৰ ওচৰৰ তিনি আলিটোৰ চুকত সি বহে, সমুখত সজাৰ ভিতৰত ভাটৌটো। প্ৰথমে, যি অৱস্থাত তাৰ ওচৰত কোনো দৰ্শক নাথাকে,—সি প্ৰচণ্ড চিঞৰ দুটামানেৰে ভাটৌটোক সুধিব—"মানুহক লাগে কি?"

"টকা-টকা-টকা-টকা···" ভাটৌটোৱে উত্তৰ দিব।

"ঠিক কথা, ঠিক কথা—" খহটা মাতটোৰে পৰমাই শলাগে।

"এই টকা নষ্ট হয় কেনেকৈ? ···ইয়াৰ বাবে দায়ী কোন?"

সেই আমোঘ প্ৰশ্নৰ উত্তৰ বিচাৰি লাহে লাহে দুই-এটা মানুহ কাষ চাপি আহে।

"ভাৰতত লাখ-কোটি টকাৰ খাদ্যশস্য নষ্ট কৰিছে কোনে? কোনে আপোনাৰ ল'ৰা-ছোৱালীৰ মুখৰ ভাত কাঢ়ি নিছে?"

"নিগনি, নিগনি, নিগনি···।" বৃদ্ধ ভাটৌটোৱেও পাৰ্যমানে চিঞৰি উত্তৰ দিয়ে।

এই প্ৰশ্ন আৰু উত্তৰৰ পুনৰাবৃত্তি চলি থাকে কিছুসময়। এসময়ত পৰমাৰ চাৰিওপিনে বৃত্তাকাৰে সঁচাকৈয়ে এজুম মানুহ গোট খায়। সত্তীয়া, সাধাৰণ মানুহ। ক্ষীণ, ৰুগ্ন, ভগা গাল, কোটৰগত চকুৰে কিছুমান মানুহ;—বেছি ভাগেই দিন মজুৰি কৰা বা অতি সাধাৰণ চাকৰি কৰা। অদূৰৰ কাছাৰীলৈ অহা দুই-এটা গাঁৱলীয়া মানুহো সিহঁতৰ মাজত থাকে। পৰমাই দৰবৰ

পেকেটবোৰ উলিয়াই এটকা এটকা বুলি চিঞৰা কাৰণেই যে সিহঁতে ষৰিং ছিটিকা দিয়ে সেইটো নহ'বও পাৰে, সঁচাকৈয়ে সিহঁতৰ কামৰ সময়ো হ'ব পাৰে। কাৰণ তেতিয়া বেলি লাহে লাহে আকাশৰ নীলা পিয়লাৰে বগুৰা বাই মূৰৰ ওপৰলৈ উঠি আহিছে।

"মানুহক লাগে কি?" আকৌ পৰমা আৰু তাৰ ভাটৌটোৰ প্ৰশ্ন-উত্তৰৰ খেল আৰম্ভ হ'ল। আকৌ পৰমাৰ বক্তৃতাৰ ফুলজাৰি আৰম্ভ হ'ল। সেই বক্তৃতাত সি তাৰ বুকুৰ সমস্ত আৱেগ ঢালি দিয়ে, প্ৰয়োগ কৰে তাৰ সমস্ত অভিনয় প্ৰতিভা। —"বহুতো লাঞ্ছনা গঞ্জনা সহিব লগা হৈছে আপুনি। আপুনি কৰিব কি? মূৰে-কপালে হাতদি বহি থাকিবনে?······'

নাই, কোনো আগবাঢ়ি নাহে। সেই নিৰাপদ দূৰত্বত বৈ থকা গাঁৱলীয়া মানুহকেইটাও ইতিমধ্যে আঁতৰি গৈছে। মাথোঁ প্ৰায় উলংগ ল'ৰা-ছোৱালীৰ জাকটোৱে তাৰ ওচৰত বৈ এতিয়াও ৰং চাই আছে। এটাই দীঘল মাৰি এঙালেৰে ভাটৌটোক খোঁচাৰ চেষ্টা কৰিছে, দুটামানে ভাটৌটোক সিঞ্চাৰিছে, আন এটাই আকৌ জঁপিয়াই জঁপিয়াই চিঞৰিছে—"মানুহক লাগে কি? মানুহক লাগে কি? · '

"ভাগ ইয়াৰ পৰা।" —প্ৰচণ্ড ধমকি এটাৰে পৰমাই সিহঁতক খেদি পঠোৱাৰ চেষ্টা কৰে।

সেই ধমকিত বুঢ়া ভাটৌটোৱেও উচপ খাই উঠে। তাৰ মালিকক ভালৰি বোলাবলৈ সি এনেয়েই মাতি উঠে,—"নিগনি-নিগনি-নিগনি···'

নতুন ফূৰ্তি এটা পাই ল'ৰা-ছোৱালীকেইটাই কিৰিলিয়াই উঠে।

এৰা, গ্ৰাহকনো তাৰ ওচৰলৈ কিয় বাৰে বাৰে আহিব? পৰমাই নিজেও অনুভৱ কৰে তাৰ ব্যৱসায় কৌশলটো বৰ পুৰণি হৈ গৈছে। আৰু এনেয়েও সেই কৌশলটো বৰ সাধাৰণ, পোনপটীয়া।

বেলি দুপৰীয়াহে আহে। চোলাৰ জেপৰ পৰা পাউৰুটি টুটুকুৰামান উলিয়াই চেঁচা পানীৰে সৈতে খালে সি। এটুকুৰা ভাটৌটোক দিলে। সুদীৰ্ঘ অভিজ্ঞতাৰ পৰা পৰমাই নিশ্চিতভাৱে জানে, এইসময়ত, এই দুপৰীয়া, তাৰ ওচৰত কোনো মানুহে জুম নাবান্ধিবহি।

সেয়ে পোহাৰখন সামৰি সি লেভেল ক্ৰছিংটোৰ ওচৰলৈ আহিল। এই-খিনিত, সি জানে, তাৰ বাতিপুৱাৰ ব্যৱসায়-কৌশল অকণো কাৰ্যকৰী নহয়। লেভেল ক্ৰছিংটোৰ ওচৰত সি পাব লগা গ্ৰাহকবোৰ হ'ল কিছু অভিজাত, বৰ

ব্যস্ত, দামী, পৰিচ্ছন্ন পোছাক-পৰিহিত। জাক-জাক নিগনিৰ দৰে সিহঁতে গাড়ী-মটৰ-স্কুটাৰ-ৰিক্সাত আহি ৰেল লাইনটো পাৰ হৈ যায়। সিহঁতৰ গতিবেগ ইমান বেছি যে সাধাৰণ অৱস্থাত পৰমাই সিহঁতক নিগনি মৰা দৰব বিক্ৰি কৰিব পৰাটোতো বাদেই, চকুৰেই মনিব নোৱাৰে। মাথোঁ। ট্ৰেইনখন আহিলেহে সি সিহঁতৰ ওচৰ চাপিব পাৰে। কাৰণ তেতিয়া আমোঘ নিয়তিৰ দৰে লেভেল ক্ৰছিঙৰ হেণ্ডাৰখন নামি আহে। স্তব্ধ হৈ যায় গতি, ৰৈ যায় গাড়ী মটৰ-স্কুটাৰ-অট'ৰিক্সা আৰু মানুহবোৰ—

"আচ্ছা গোস্বামী, বাৰ্কলেৰ আত্মগত ভাৱবাদৰ ন্যায়সংগত পৰিণতি সম্পৰ্কে আপুনি আপোনাৰ 'নব্য বস্তুবাদ আৰু সাপেক্ষ অস্তিত্ব' প্ৰবন্ধটোত যিখিনি কথা কৈছে, তাত পেৰিৰ অভিযোগখিনিও উল্লেখ কৰাৰ প্ৰয়োজন নাছিলনে ?"

পৰমা সাৱধানেৰে আগবাঢ়ে।

"পেৰিৰ মতেতো আত্মগত ভাৱবাদীয়ে আত্ম কেন্দ্ৰিকতাৰ দৃষ্টিভংগীৰ পৰা চোৱাৰ বাবে বস্তু জ্ঞান নিৰ্ভৰ নহয়... ।"

"ৰব। মইতো প্ৰবন্ধটোত এটা প্ৰশ্ন কৰিছোঁ। বাৰ্কলেৰ ভাৱবাদ আত্মগত ভাৱবাদ নে বস্তুগত ভাৱবাদ ? তেওঁ জগতৰ যাবতীয় বস্তুৰ ব্যক্তিনিৰপেক্ষ অস্তিত্ব প্ৰমাণ কৰা নাছিলনে ?..."

এইেছেদৰখনৰ পিছৰ ছিটত মানুহ দুজন কথা পতাত ব্যস্ত। চাৰি পেকেট সিংহ মাৰ্কা বিষ সি খিৰিকিয়েদি আগবঢ়াই দিয়ে।

"...আচলতে বাৰ্কলেৰ প্ৰথম পিনৰ মতবাদ আত্মগত ভাৱবাদ আৰু শেষৰ পিনৰ মতবাদ...হেই—কি এইবোৰ ?" ৰঙীণ চচমা পিন্ধা মানুহজন উচপ খাই উঠিল।

"এন্দুৰ মৰা দৰব ছাৰ। অকল এন্দুৰেই নহয়, নিগনি-চিকা-মাখি ..." পৰম বিনয়েৰে পৰমাই কয়।

চৰম বিৰক্তিৰে দুয়োজনে দুকাষৰ খিৰিকিৰ আয়না ওপৰলৈ উঠাইদিয়ে।

ট্ৰেইনখন এতিয়াও অহা নাই। লেভেল ক্ৰছিঙৰ দুকাষে শ শ গাড়ী মটৰ মানুহ। যেন সুস্বাদু খাদ্যৰ গোন্ধত কাষ চাপি অহা জাক-জাক নিগনি। "ইয়াতো এখন অভাৰব্ৰিজ লাগে।"—এজন স্কুটাৰ চালকে তেওঁৰ আৰোহী-জনক ক'লে। অট'ৰিক্সা এখনৰ পৰা নামি গৈ দুজন ডেকাই লেভেল ক্ৰছিংটোৰ হেণ্ডাৰখন উঠোৱা-নমোৱাৰ দায়িত্বৰ থকা মানুহজনৰ লগত

তৰ্ক জুৰি দিছে—"ইমান আগেয়ে গেটখন বন্ধ কৰিব লাগে কিয় ? পৰমাই অস্থিৰভাৱে ইফালে সিফালে চায়।

"অনামিকাই আজি এটা ডাঙৰ কথা ক'লে জান।"

"কি ? অস্থিয়ে বাৰ্থডে'ৰ কাৰণে তাইলৈ গ্ৰিটিংছ দিছে,—সেইটোতে ?"

পৰমা আগবাঢ়ে। সন্তৰ্পণে। অট'ৰিক্সা এখনৰ পিছৰ ছিটত দুজনী পূৰ্ণ যৌৱনা।

"তাতকৈও ডাঙৰ কথ। কালি অমিৰ আগত অস্থিয়ে অনামিকালৈ প্ৰপ'জেল দিছে।"

"শ—প—ত ?"

"বিশ্বাস কৰ। অস্থিয়ে হেনো আৰু কি কৈছে জা—ন ?

"এপেকেট নিগনি মৰা দৰব লব নেকি বাইদেউ ? সিংহ মাৰ্কা।' কাকুতি কৰাদি পৰমাই উচ্চাৰণ কৰিলে।

কিয় বাৰে বাৰে সি প্ৰত্যাখ্যাত হয় ? অপমানিত হয় বাৰে বাৰে ? ইমান সাধাৰণ নে সি বিক্ৰি কৰা দৰবখিনি ? তাৰ বিষিখিনি ? ইমান অপ্ৰয়োজনীয়নে ? সঁচাকৈয়েতো এন্দুৰ নিগনিয়ে মানুহৰ প্ৰচুৰ অপকাৰ কৰে, খেতি পথাৰৰ খাদ্য-শস্য নষ্ট কৰে, কিতাপ কাপোৰ কুটে, সৰু ল'ৰা-ছোৱালীক ভয় খুৱায়। আৰু এই মহান শত্ৰুক বিনাশ কৰিবলৈ পৰমাৰ এই সিংহমাৰ্কা বিষখিনি যথেষ্টই তীব্ৰতো। এন্দুৰ নিগনিতো সাধাৰণ কথা, সৌ মাজ ৰাস্তাত শুই ঘাঁহ পাগুলি থকা, মাবোৱাৰীয়ে পূজা কৰি এৰি দিয়া বিৰাট বলদটোও এই বিষ সেবন কৰি বাচি নাথাকিব ! তেন্তে কিয় এই মানুহবোৰৰ বাবে এই দৰবৰ পেকেট-বোৰ ইমান অনাৱশ্যক হৈ পৰিল ? এন্দুৰ-নিগনি, মহ-মাখি নাই নেকি সিহঁতৰ ঘৰত ? বা আন কোনো শত্ৰু ? সিহঁতৰ অফিচৰ বদমেজাজী ওপৰৱালা ? হিংসুক চুবুৰীয়া ? অত্যাচাৰী পুলিচ অফিচাৰ ? নিষ্কৰ্মা মন্ত্ৰী, এম এল এ ? পত্নীৰ অবৈধ প্ৰেমিক ? নতুবা কেতিয়াবা সিহঁতৰ আত্মহত্যা কৰিবৰ বাবেওতো মন যাব পাৰে, তেতিয়া ? এনে এপেকেট বিষৰ বাবেই সিহঁতে হাবাথুৰি খাই ফুৰিব নালাগিবনে ?

প্ৰচণ্ড ক্ৰোধান্বিত পৰমা চটফটাই থাকে। এই গাড়ী-মটৰ-মানুহৰ ভিৰ, ইঞ্জিন আৰু পথচাৰীৰ কোলাহলৰ মাজত বৈ উদ্বাহু হৈ তাৰ চিঞৰি কবৰ মন গ'ল—চোৱা, মোৰ সৌহাতখন। সৰুতেই কিবা এটা অচিনৰোগত সৌহাতখন মই হেৰুৱালো। তথাপি বাকীখন হাতেৰেই মই যুদ্ধ কৰিছোঁ। জীয়াই

থাকিবৰ বাবে মই কি কৰা নাই ? বেস্তোঁৰাৰ বাচন ধুইছোঁ, তামোল পাণৰ দোকান দিছোঁ, চিটিবাছৰ হেণ্ডিমেন হৈ ফুটব'ৰ্ডত ওলমি গৈছোঁ, মানুহৰ জেপলুৰুকিবৰ চেষ্টা কৰি প্ৰচণ্ড মাৰ খাইছোঁ, আৰু শেষত এয়া এন্দুৰ মৰা বিষ বেচিছোঁ। নিজৰ অস্তিত্ব পৃথিৱীত ৰাখি যাবৰ কাৰণে, এটা ল'ৰা সন্তানৰ আশাত, এজনী এজনীকৈ পাঁচজনী ছোৱালী জন্ম দিয়াইছোঁ। আৰু এটা সন্তান আহি আছে,—আৰু মোৰ সন্দেহ হৈছে সিও এজনী ছোৱালীৰে ভ্ৰূণ ! আৰু তোমালোক মানুহবোৰে, এই দুৰ্ভগীয়া অক্ষম মানুহটোক কণমান সহায় কৰিবৰ বাবে কৰিছা কি ? তোমালোকৰ ঘৰে-চোতালে-অফিচে-কাছাৰীয়ে জাক-জাক নিগনি এন্দুৰ, অথচ মোৰ পৰা এপেকেট বিষ কিনিবৰ বাবে তোমালোক ৰাজী নোহোৱা !

বিশ্বাশবদে, এটা প্ৰাগঐতিহাসিক সৰীসৃপৰ দৰে ট্ৰেইনখন আগবাঢ়ি আহে। এখন মালবাহী ট্ৰেইন—পুৰণি ষ্টিম ইঞ্জিনটোৱে ভমকভমককৈ ক'লা ঘন ধোঁৱা আৰু বাষ্পৰ ৰূপত তাৰ অৱৰুদ্ধ ক্ৰোধ আৰু ঘৃণা প্ৰকাশ কৰি গৈছে। ভাৰবাহী বৃদ্ধ জন্তুৰ দৰে সি টানি টানি নিছে অগণন ডবা··· । বৰ মৰম লাগিল পৰমাৰ ইঞ্জিনটোলৈ, খুব সহানুভূতি উপজিল তাৰ,—বেচেৰা ! জীৰ্ণ দুৰ্বল হৈ নোযোৱা পৰ্যন্ত সি টানি ফুৰিছে সংসাৰৰ সমস্ত ভাৰ ! পৃথিৱীৰ কিমান ষ্টেচনে-ষ্টেচনে, জংছনে-জংছনে অঘৰীৰ দৰে সি ঘূৰি ফুৰিব লগা হৈছে বাৰম্বাৰ !

শেষ ডবাটো পাৰ হৈ গ'ল। লেভেল ক্ৰছিংটোৰ হেণ্ডাৰখন আকাশৰ পিনে উঠি যায়। অনেক মটৰ গাড়ীৰ ইঞ্জিনে একেলগে গৰজি উঠে। প্ৰচণ্ড গতিৰে সকলো আঁতৰি যায়, আৰু এসময়ত ৰাস্তাটো মুকলি হৈ পৰে।

নিজৰ ওপৰতে ধিক্কাৰ জন্মি গ'ল পৰমাৰ। যি সময়ত, যিখন সমাজত, সকলো ব্যস্ত উল্লাসিত গতিময় প্ৰাচুৰ্যময়, যিসময়ত সকলোৰে সমুখত লৈ আছে প্ৰাপ্তি ঋদ্ধি আৰু ঐশ্বৰ্য—আনকি সমুখৰ সৌ ফলৱালাটোৰ পচিত থকা আপেল-বোৰতো এটা-এটা সূৰ্য প্ৰতিবিম্বিত হৈছে, কাষৰ পাউৰুটি দোকানখনৰ পৰাও উৰি আহিছে লোভময় সুগন্ধ, সেইসময়ত পৰমাই গতিহীন নিঃকিন, তুচ্ছ মানুহৰ দৰে সামান্য কেইপেকেটমান বিষলৈ ইফালৰ পৰা সিফাললৈ অহাযোৱা কৰি আছে ! ছিঃ ছিঃ ছিঃ—কি অপমান আৰু ব্যথাময় জীৱন ! কি তুচ্ছ, কি ঘৃণ্য !

আবেলি হৈ আহিছে। দীঘল হৈ অহা ছাঁই পৰমাৰ মনৰ ওপৰত বিষণ্ণতা সানি দিয়ে। কি পালে সি জীৱনত ? কি থৈ যাব সি তাৰ উত্তৰ পুৰুষলৈ ?

পৃথিৱীলৈ ? পাঁচজনীকৈ ছোৱালী আৰু সেই আগন্তুক শিশুকন্যা ? সিহঁতৰ ভৱিষ্যত বুলিবলৈ বা কি আছে ? ডাঙৰজনী ছোৱালী, পোন্ধৰ বছৰমানহে বয়স হব তাইৰ, পৰমাই ঘূনুক ঘানাককৈ শুনামতে তায়ো সিহঁতৰ গলিৰ চেঙেলীয়া এটাৰ লগত হলি গলি আৰম্ভ কৰিছে। বাকী কেইজনীও নষ্ট হ'ব। দৰিদ্ৰ আৰু বুদ্ধি-হীনাহঁতক প্ৰলোভিত কৰোঁতে মানুহৰ কিমান সময় লাগে। এদিন এজনী এজনীকৈ প্ৰতিজনীয়েই হয়তো পাঁচ দহটকীয়া গ্ৰাহক বিচাৰি ৰাস্তালৈ ওলাই আহিব। আৰু এদিন ভয়াবহ যৌনৰোগ গাতলৈ গলিত বিকৃত অংগৰে ৰাস্তাৰ কাষত পৰি থাকিব। নহয় নহয় বুলি প্ৰতিবাদ কৰাৰ ভংগীত পৰমাৰ মূৰটো লৰি উঠিল। তাতকৈ সি তাৰ ছোৱালী কেইজনীৰ জীৱন ইয়াতেই স্তব্ধ কৰি দিব। তাইহঁতৰ জীয়াই থকাৰ কিবা প্ৰয়োজন আছেনে ? সি যদি সঁচাকৈয়ে তাৰ ছোৱালী কেইজনীৰ পিতৃ হয়, মানুহজনীৰ স্বামী হয় তেন্তে সিহঁতক··· । প্ৰচণ্ড জিঘাংসাৰে পৰমা জ্বলি উঠে।

সি তাৰ পোহাৰখন সামৰিলে। বুঢ়া ভাটৌটোৱেও আচৰিত হৈ তাৰ মুখলৈ চাই ৰৈছে। সজাটো আৰু টোপোলাটো এহাতে লৈ পৰমাই অস্থিৰ-ভাৱে চহৰখনত ইফালৰ পৰা সিফাললৈ ঘূৰি ফুৰিলে। আৰু এসময়ত সি ভয়ংকৰ সিদ্ধান্তত উপনীত হ'ল।

পৰমাই ঠিক কৰিলে সি তাৰ পৰিয়ালটোক হত্যা কৰিব। হত্যা কৰিব তাৰ পাঁচোজনী ছোৱালীক, গৰ্ভৱতী স্ত্ৰীক আৰু নিজকে। আজিয়েই এই ৰাতিয়েই। অবিচল দৃঢ়তাৰে সি মনটোক সাজু কৰিলে। তেতিয়া সন্ধ্যা লাগিছেহে মাথোন, সি ঘৰলৈ উভতিল। সিহঁতৰ বস্তিটোত কিলবিল ল'ৰা-ছোৱালীবোৰৰ খেলা, চিঞৰ বাখৰ এতিয়াও শেষ হোৱা নাই। গলিটোত সোমোৱাৰ আগেয়ে পৰমা ৰ'ল। চোলাৰ জেপৰপৰা অৱশিষ্ট পাউৰুটি টুকুৰা উলিয়াই বিষৰ পেকেট এটাৰপৰা বিষলৈ তাত মিহলালে। কি করুণ চাৱনিৰে ভাটৌটোৱে তালৈ চাই আছে ! নিষ্কম্প হাতেৰে পৰমাই পাউৰুটি টুকুৰা ভাটৌটোলৈ দলিয়াই দিলে। পৰম বিশ্বাসেৰে ভাটৌটোৱে তাক গ্ৰহণ কৰিলে। দুটামান মুহূৰ্ত পাৰ হৈ গ'ল: আৰু এটা সময়ত সেই তীক্ষ্ণ বিষক্ৰিয়াত অজান ভাটৌটো চটফটাই উঠিল।

একো নাই। দুখবোধ নাই পৰমাৰ মনত। যি নৃশংস হাত আৰু মনেৰে সি আজি ইমান দিনৰ সংগী এটাক হত্যা কৰিছে, সেইদৰে আজি সি নিজকে, নিজৰ পৰিয়ালটোকোতো হত্যা কৰিব। আৰু কেইপেকেটমান বিষ পৰমাই

তাৰ চোলাৰ দুজেপত ভৰাই ললে'। ভাটৌটো মৰিছে, সজাটোৰ ভিতৰত সি এটুকুৰা সেউজীয়া শিলৰ দৰে জঠৰহৈ পৰি আছে।

পৰমা তাৰ জুপুৰীটোৰ ওচৰ পালেহি। মায়াময় জোনৰ পোহৰ তাৰ জীৰ্ণ ঘৰটোৰ ওপৰত সিঁচৰতি হৈ পৰি আছে। সমুখৰ মুকলিকণত তাৰ লৰা ছোৱালী কেইজনীয়ে খেলি আছে। চিঞৰ-বাখৰ-হাঁহি। পিৰালিত ডাঙৰ ছোৱালীজনী; তাইৰ যৌৱনপুষ্ট দেহৰ প্ৰকাইল সন্মিয়াৰ অস্পষ্টতাত এখন ৰহস্যময়, দুৰ্বোধ্য ছবি যেন লাগিছে। বাৰাণ্ডাত থিয় দি আছে পৰমাৰ ঘৈণীয়েক। জোনাকত তাইৰ ওফন্দি থকা পেটটো দেখা গৈছে,—জোনৰ এই পোহৰ; পোহৰত সোদৰহঁতৰ খেলা আৰু উল্লাসৰ সঁহাৰিত ঘৈণীয়েকৰ গৰ্ভৰ সন্তানটোৱে যেন কলকলাই উঠিছে। পৰমা বিতত নহ'ল। ৺ইহঁতৰ পংকিল কদৰ্য ভৱিষ্যতৰ কথা সি ভালদৰেই জানে। এৰা, এজনীকো জীয়াই থাকিবলৈ দিব নোৱাৰি।

সাধাৰণতে দিয়াৰ দৰেই পৰমাই ঘৈণীয়েকৰ পিনে টোপোলাটো দলিয়াই দিলে। তাই এতিয়া সেইটো মহামূল্য সম্পত্তিৰ দৰে সামৰি-সুতৰি ভিতৰত থবগৈ। মৰা ভাটৌটোৰে সৈতে সজাটো পৰমাই বাৰাণ্ডাৰ বেৰখনত ওলোমাই থলে; —ইমান স্বাভাৱিক ভংগীৰে যে কোনোৱে মনেই নকৰিলে। ঘৈণীয়েক আঁৰ হোৱাৰ লগে লগে সি চাতকৈ ঘুৰি পাকঘৰত সোমাল। পাকঘৰ মানে বাঁহৰ চকোৱাৰে ঘেৰা ফটা-ফুটা টিনৰ চালি এখন। পাতল আন্ধাৰ—বেৰৰ জলঙাৰে ভিতৰৰ কোঠাৰ মুমূৰ্ষু লেম্পৰ পোহৰৰ ক্ষীণ ৰেখা-এডাল সোমাই আহিছে। জুহালত ম্ৰিয়মান কেইটামান অঙঠা।

ডাঙৰ বতুৱাটোৰ সাঁফৰখন দাঙি অস্পষ্ট পোহৰতো সি ধৰিব পাৰিলে ভিতৰৰ ভাতখিনি। ভাত! কি সুন্দৰ সেই গোন্ধ! এই ভাতৰ বাবেইতো, —পৰমাই ভাবিলে,—সি জীৱনটো পাত কৰিলে। গোটেই জীৱনটো সি এই ভাতৰ পিছতেইতো দৌৰি ফুৰিলে। আৰু আজি সি এই মহাৰ্ঘ খাদ্যখিনিত বিষ ঢালি দিব খুজিছে। নাই, দুৰ্বল হ'লে নচলিব। কোনো জীয়াই থাকিব নোৱাৰে; কাৰো জীয়াই থকাৰ অধিকাৰ নাই। এজন দায়িত্বশীল পিতৃৰূপে আজি সি নিজৰ কৰ্তব্য বুজিছে। চোলাৰ জেপৰ পৰা বিষৰ পেকেট-বোৰ উলিয়াই সি ভাতখিনিত ঢালি দিলে। এপেকেট, দুপেকেটকৈ কেইবাটাও পেকেট—বগা, গোন্ধ নোহোৱা সেই বিষৰ গুৰি সহজে বতুৱাৰ ভাতৰ লগত মিলি গ'ল।

থৰ খোজেৰে পৰমা বাহিৰ ওলাই আহিল। টোপোলাটো সামৰি হাতখন ধুই চাকি এটা হাতত লৈ ঘৈণীয়েক পাকঘৰৰ পিনেই আহিছে। আজাৰ বাবাওখনত পৰমা বৈ থাকিল। কেইজনীয়ে এতিয়া কোঠাত সোমাই বিছনাৰ ওপৰত জপিয়াই কিৰিলিয়াই কিবা খেলিছে। মৃত্যুমুখী পৰিয়ালটোৰ প্ৰতি, নিজৰ প্ৰতি, পৰমাৰ কোনো সমবেদনা নুপজিল। হাঁহ, আৰু হাঁহ তহঁতে, আৰু ফূৰ্ত্তি কৰহঁত ;—সি মনতে ভাবিলে। সেয়া পাকঘৰৰ ভিতৰত ক্ৰুৎ-কাৰাৎ কৰি মাৰে তহঁতলৈ ভাত বাঢ়িছে। —কিমান সময় কিৰিলিয়াবি আৰু? কাইলৈ ৰাতিপুৱালৈ যেতিয়া আটাইকেইজনী মৃতদেহলৈ পৰিণত হ'বি, তেতিয়াহে নিঃশব্দতাই এই ঘৰখনৰ বাহিৰ-ভিতৰ গচকি ফুৰিব! বীভৎস ভংগীৰে পৰমাই হাঁহি উঠিল, নিঃশব্দে।

এখোজ দুখোজকৈ সি পাকঘৰৰ ভিতৰ সোমাল। ঘৈণীয়েকে, মজিয়াত আথেবেথে তালৈ ভাত বাঢ়ি দিছে ; এখন পিৰা পাৰিছে।

"ইহঁতকো ভাত দি নিদিয় কিয়? জঁপিয়াই ফুৰিলেই যদি পেট ভৰে মই দিনটো ইমান কষ্ট নকৰিলেও হ'ব নহয়।" —সুদক্ষ অভিনেতাৰ দৰে পৰমাই ক'লে।

সেয়েহে ঘৈণীয়েক তাৰপিনে এখোজ আগবাঢ়ি আহিল। "আজি দিনৰ ভাত নাৰান্ধিলোৱেই। হৰনাথহঁতৰ ঘৰত কিবা পূজা আছিল, আটাইকেই-জনীয়ে দিনত তাতে কিবা কিবি খাই থাকিল। সেইকাৰণে আবেলিত ভাত কেইটামান বহাই দিলো, আটাইকেইজনীয়ে সন্ধিয়াতে খাই বৈ উঠিল। কাইলৈৰ বাবে কিন্তু চাউল এটাও নাই···'

"আৰু তোৰ ভাত?" —নিজৰ মাতটোকে যেন পৰমাই চিনি নাপালে। ঘৈণীয়েকে এটা সলজ্জ হাঁহি মাৰিলে। —"কিয় আজি বৃহস্পতিবাৰ নহয় জানো? মোৰ লঘোণ যে···"

একমুহূৰ্ত বৈ পৰমাই ঘৈণীয়েকৰ চকুৱে-চকুৱে চালে। তাৰ মুখৰ এডাল ৰেখাও নকঁপিল। কাষৰ কোঠাত তাৰ কোনোবা এজনী ছোৱালীয়ে কল-কলাইছে, দুজনীয়ে কিৰিলি পাৰিছে, আন এজনীয়ে কান্দিছে, ডাঙৰ ছোৱালী-জনীয়ে গুণগুণাই এটা গান গাইছে, আৰু পৰমাৰ সমুখত তাৰ পত্নী ; তাই গভীৰ মমতাৰে তাৰ পিনে চাই আছে।

নীৰৱে, বিনা প্ৰতিবাদেৰে পৰমাই সেই সিংহমাৰ্কা ভয়ংকৰ তীব্ৰ বিষ মিহলি ভাত এগৰাহ দুগৰাহকৈ গ্ৰাস কৰি গ'ল। (প্ৰান্তিক '৮৭)